


# পাতনি

অসমৰ ৰাজনৈতিক ক্ষেত্ৰত কেইজনমান সব্যসাচী পুৰুষৰ আবিৰ্ভাৱ হৈছিল। স্বাধীনতাৰ যুঁজত সম্পূৰ্ণ আত্মনিয়োগ কৰিও সাহিত্য কৰ্মতো নিপুণ হাতেৰে কাপ কাঠী চলাই এই কেইজন পুৰুষে সমৃদ্ধি আৰু গৌৰৱৰ পথত জাতিক দুই হাতেৰে আগুৱাই নিবলৈ যত্ন কৰিছিল। [illegible]তে অগ্ৰতঃ চতুৰো বেদান্ পৃষ্ঠতঃ সশৰং ধনু" এই আদৰ্শ এই কেইজন লোকৰ জীৱনত কাজে কামে প্ৰতিফলিত হোৱা দেখা পাওঁ। [illegible]াথ শৰ্ম্মা, লক্ষ্মীধৰ শৰ্ম্মা, ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা আৰু সেই [illegible] পুৰুষৰ অন্যতম উজ্জল জ্যোতিষ্ক শ্ৰদ্ধেয় অমিয় কুমাৰ দাসৰ অসমীয়া জাতীয় ক্ষেত্ৰৰ সব্য-সাচী মণ্ডলৰ কেইজনমান।

শ্ৰদ্ধেয় দাস ডাঙৰীয়াই ছাত্ৰ জীৱনতে আগ পাছ নুগুণি স্বৰাজ [illegible] সমূখ ভাগত জাপিয়াই পৰিছিল। সেই ৰণ আছিল তৰ নিছিগা। [illegible]ণি বুলিবলৈ আছিল কাৰাগাৰত খেন গণি কটোৱা দিন [illegible]। তাৰ মাজে মাজে আন্দোলনে দৰক লোৱা কালছোৱাও সাহিত্য চৰ্চ্চাৰ সুযোগৰূপে এইসকলৰ হাতত ধৰা দিছিল। সাহিত্য চৰ্চ্চা [illegible]বা এই সকলৰ কাৰণে তাপৰ জুৰোৱা অথচ বলাধানকাৰী সঞ্জীৱনী। [illegible] এটা হেপতে ঐতিহ্যপূৰ্ণ অথচ নীৰৱ হব খোজা বাঁহী কাকতৰ [illegible]দনাৰ ভাৰ লৈছিল শ্ৰীযুত অমিয়কুমাৰ দাসে। ১৯৩৩ চনত [illegible]ত জেলৰ পৰা মুকলি হল। কিছুদিনৰ পিছতে গান্ধী মহাত্মাই [illegible]গ্ৰহ সম্বৰণ কৰি যুঁজাৰুসকলক বিয়োৰত পেলোৱাদি পেলালে। [illegible]কাল কটোৱা আৰু দিন গণাৰ ধৈৰ্য্য অথবা কেৱল পেট-পোহাৰ [illegible]ই বৃত্তি গ্ৰহণ কৰি ঘৰ-মুৱা হোৱাৰ দুৰাগ্ৰহ দাস ডাঙৰীয়াৰ সাথীৰ [illegible]সকলৰ নাছিল আৰু হবলৈকো তেতিয়াও যুঁজৰ জেৰ [illegible]

নাছিল। এনে এটা মানসিক নিৰালম্বতাৰ সময়তে নীৰৱ হৰ খোজ বাঁহীকে অৱলম্বন কৰি সাহিত্যকৰ্ম্মৰ মাজেদিয়ে জাতিটোক সাৰে ৰাখিবলৈ তেখেতে মন মেলিলে। ত্যাগবীৰ হেমচন্দ্ৰ তেতিয়াও জেলতে, ছমাহ মান পিছত মুকলিহৈ আছি তেখেতো দাস ডাঙৰীয়াৰ কাষত থিয় দিলে। উদ্দেশ্য আছিল একেপাত কাঁড়েৰে ছুই পছু মৰা। অসমীয়া সাহিত্যত তেতিয়া বাজি থকা বৈচিত্ৰ্যহীন টোপনি অহোৱা সুৰটোক সুষ্ঠ আৰু বলিষ্ঠ বোল তালৰ সংযোজনাৰে উদ্দীপিত কৰা আৰু তাৰ লগতে চাউল কঠা মুকলি হোৱাৰ দিহা এটাও হয় যদি হওক, এই ছুই উদ্দেশ্য আগত ৰাখি সেই যুগৰ অসমীয়া ৰাজনৈতিক ক্ষেত্ৰৰ জয় বিজয় যুগল অগ্ৰসৰ হল। শ্ৰীযুত দাসে সম্পাদনাৰ ভাৰ ললে, ত্যাগবীৰে দেশ বিদেশৰ গ্ৰন্থ পঢ়ি তাৰে যুগুত কৰা প্ৰবন্ধ সম্ভাৰ আগুৱাই দিবলৈ ধৰিলে। বেজবৰুৱাৰ বাঁহীয়ে স্বীয় ঐতিহ্য আৰু প্ৰতিষ্ঠা বজাই ৰাখিও দাসৰ হাতত পৰি নতুন আদৰ্শ আৰু উদ্দীপনা এটা অসমীয়া সাহিত্যলৈ যোৱাই আনিবলৈ সমৰ্থ হল। সম্পাদকীয় স্তম্ভত ঘোষণা কৰিলে—

"এতিয়া আমি সৃষ্টি কৰিব লাগিব নতুন জগৎ। সেই নতুন জগতত সিংহাসনত বহুৱাব লাগিব সাধাৰণ মানুহক যাক আমি সাধাৰণ মানুহ বুলি অত দিন থিয়াই আছিলোঁ।

"নতুন যুগৰ সাহিত্যত ৰূপ দি ফুটাই তুলিব লাগিব সাধাৰণ মানুহৰ চৰিত্ৰৰ সৌন্দৰ্য্য। সাধাৰণ মানুহৰ জীৱনৰ ভিতৰত তেওঁ সোমাব লাগিব। সাধাৰণ মানুহৰ জীৱনৰ বৈচিত্ৰ্যৰ আৰু দুইভৰ দবে বিপুল প্ৰবাহৰ পৰা তেওঁ বিচাৰি আনিব লাগিব নতুন যুগৰ সৃষ্টিৰ বাবে প্ৰেৰণা।" (বাঁহী ১৮৩৩ শক সম্পাদকীয় স্তম্ভ)

ইয়াৰ পৰা এই আৰাৰ বুজা উচিত নহৰ যে নতুন সম্পাদনাৰ বাঁহীয়ে সাহিত্যৰ মূলাধাৰ স্বৰূপ অসমীয়া জন-জীৱনৰ প্ৰতি আঙুলিয়াই দি বিৰাট পৃথিৱীৰ বিচিত্ৰ সম্ভাৰ আৰু ভাবধাৰাৰ প্ৰতি আওকণীয়া ভাও ধৰিছিল। দাস ডাঙৰীয়াৰ সম্পাদনাৰে বাঁহী দুবছৰ চলিছিল। এই দুবছৰীয়া বুৰজী সমৃদ্ধিপূৰ্ণ আছিল। পৃথিৱীৰ বিখ্যাত সাহিত্যৰ

আপুকণীয়া ভঁড়ালত সঞ্চিত সম্পদৰাশিৰ প্ৰতি ডেকা সাহিত্যিক সকলৰ উন্মুখ দৃষ্টি পোনাই দিছিল প্ৰথম এই জুবহৰীয়া বাঁহীয়েই। গ্ৰীক, ইটালীয়, ৰুছ, জাৰ্মাণ কোনো সাহিত্যকে জুকিবলৈ এই বাঁহীয়ে এৰা নাছিল। প্ৰতি সংখ্যা বাঁহী বহা বহা সাহিত্য কুলৰ ফুলি কপে সজোৱা এই সম্পাদনাৰ এটা নীতিস্বৰূপ হৈ পৰিছিল। অকল সাহিত্যই নহয়, আন্তৰ্জাতিক ৰাজনৈতিক গতি বিধিৰ জুলা দিয়াও ইয়াৰ অন্যতম বিশেষত্ব আছিল। মুছলিনি, কেইজাৰ, জাৰ, মহাত্মা গান্ধী এই কবিতৰ্কৰ্ম্মা আৰু যুগপুৰুষ সকলৰ চিন্তাধাৰাকে চিনাকি কৰি দি অসমীয়া পাঠক সমাজৰ সৰ্ব্বতোবিসাৰিনী অনুসন্ধিৎসাৰে যোগ্য আৰু বঢ়া কৰিবলৈ এই বাঁহীয়ে সংকল্প লৈছিল। অসমীয়া সাহিত্যলৈ ইয়াৰ পূৰ্ব্বে ইংৰাজীৰ বাহিৰে অন্য সাহিত্যৰ প্ৰবাহ বলা নাছিল বুলি কলেও অত্যুক্তি নহয়। ৰুছসাহিত্যৰ বাস্তৱতামুলক উপন্যাসবোৰলৈ আঙুলিয়াই দি অসমীয়া সাহিত্যৰ ন-লিখাকসকলৰ দৃষ্টি জাতিকাৰ জগৎ এখন দাঙি ধৰিলে এই সম্পাদনাৰ বাঁহীয়েই। সাহিত্যকৰ্ম্মৰ নতুন দিগন্তৰ সন্ধান পাই শিক্ষিত ডেকাসকলে সেই অনুপ্ৰাণনাৰে কাপ-কাঠী তুলি ললে। আজিৰ লব্ধ প্ৰতিষ্ঠ সাহিত্যিক সকল সেই অনুপ্ৰাণনাৰ উত্তৰাধিকাৰী। ২৩শ বছৰৰ ১ম সংখ্যাৰ বাঁহীত ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাৰ 'ৰুছ উপন্যাসৰ উৎপত্তিৰ কাহিনী' প্ৰবন্ধকে আৰম্ভ কৰি ভষ্টয়ভস্কি, টুৰ্গেনিভ, চেকভ, মুক্সিম গোৰ্কী আদি ৰুছ সাহিত্য নায়কসকলৰ উপন্যাস আৰু চুটি গল্পৰ সাৰাংশ বা অনুবাদেৰে এই জুবছৰৰ বাঁহী সম্পদশালী হৈ আছে। জুবছৰীয়া জীৱনেৰে কোনো মাহেকীয়া কাকতে সাহিত্যত এটা স্থায়ী পৰশ দি যাব নোৱাৰে, কিন্তু দাস ভাতৰীয়াৰ লালনত থকা জুবছৰীয়া বাঁহীয়ে তাকে কৰিলে।

এইটো ভাবিলে ভুল কৰা হব যে এই দোৱা কালত বাঁহীত কেৱল পশ্চিমীয়া সাহিত্যৰ জয়গান গোৱাতে ব্যস্ত আছিল। বাহিৰৰ বতাহক বাৰণে খিড়িকী খিলন খুলি দিলেও সেই বতাহে যাতে ভিতৰৰ বস্তু উৰুৱাই নিব নোৱাৰে তাৰ্লৈকো লক্ষ্য ৰাখিছিল। সংস্কৃত সাহিত্যৰ

ভাৱধাৰাৰ আভাস দি বহুসদৃশ গ্ৰন্থবোৰৰ সৌন্দৰ্য্য উদঘাটন কৰাৰ কাৰণে সেইবোৰৰ ৰসময় বিৱৰণ দাঙি ধৰিছিল। দাস ডাঙৰীয়াৰ নিজা লিখা 'কালিদাসৰ উমা' দণ্ডিনাথ কলিতাৰ সংস্কৃত নাটকৰ কাহিনী, পাতনি লিখকৰ 'ৰস' সম্বন্ধীয় প্ৰবন্ধবিলাক তেতিয়াই ওলাইছিল।

১৯৩৪ ৰ ১৯৩৬ লৈকে বাঁহীত ওলোৱা আপুৰুগীয়া প্ৰবন্ধবোৰ এতিয়া দুই খণ্ডত কিতাপ আগেৰে ৰাইজৰ আগলৈ ওলাইছে। আন বহুত কাম আৰু শাৰীৰিক অসুস্থতাৰ মাজতো দাস ডাঙৰীয়াই নিজৰ সম্পাদিত বাঁহীৰ এই প্ৰবন্ধবোৰক দেহলাও যেন ভাবি অকাল-পাহৰণিৰ হাতৰ পৰা ৰক্ষা কৰিবলৈ আকৌ প্ৰকাশ কৰিছে। দেৰকুৰি বছৰৰো আগতে লিখা আৰু ওলোৱা এই প্ৰবন্ধবোৰৰ জেউতি আজিও অকণো মোলান পৰা নাই। দেৰকুৰি বছৰ আগতে যি সোৱাদ পোৱা গৈছিল আজিৰ পাঠকেও পাব। কালৰ অম্ল স্পৰ্শই তাক সেৰেকা কৰিব পৰা নাই।

পুৰণি মাহেকীয়া কাকতবোৰ সংৰক্ষণ কৰাৰ অভ্যাস আমাৰ বহুতৰে নাই, দৈনিক বা সাপ্তাহিকৰ কথাই নকওঁ। পিছে কেতিয়াবা আওপুৰণি মাহেকীয়া কাকত এখন পালে পঢ়িবলৈ বৰ আগ্ৰহ ওপজে। সেইবোৰত সাময়িক জীৱনৰ আশা আকাঙক্ষাৰ কথা বিৰিঙি থাকে, ৰুচি-অৰুচিৰ উমান পোৱা যায়, জাতীয় চিন্তা কোন পথেদি গৈছিল তাৰো আলেখ-লেখ লুকাই থাকে। সৰাৰো উপৰি আৰু এটা কাৰণত পুৰণি মাহেকীয়া কাকতবোৰ সংৰক্ষণ কৰা একান্ত আৱশ্যক। প্ৰত্যেক সাহিত্যতে কালে কালে এনে কিছুমান প্ৰতিভাশালী নিপুণ লিখক থাকে, যিসকলে খনে খনে উপন্যাস লিখি থৈ নাযায়, বুৰিয়ে বুৰিয়ে চুটি গল্প লিখি সঙ্কলন কৰি নাযায়, প্ৰকাশিত আকাৰত পুথি উলিয়াই গ্ৰন্থকাৰৰ যশস্যালৈকো লোভ নকৰে কিন্তু সাময়িক কাকতৰ পিঠিত বহুত মূল্যবাণ গল্প, প্ৰবন্ধ বা আলোচনা এৰি থৈ যায়। কিছুদিনৰ পিছত সেইবোৰ দলনিৰ সোনাৰ দৰে নিঠৰুৱা হৈ পৰি থাকে। কেতিয়াবা কোনোবা সাহিত্যৰ বুৰঞ্জী লিখিবলৈ ওলোৱা গৱেষকে তাক লিৰিকি বিজাৰি চায় আৰু দুই বা

চাকিশাৰীয়ে সেই সকল লিখকৰ প্ৰতি বদান্যতা প্ৰকাশ কৰে। কিন্তু তাৰ, ভাষা আৰু প্ৰভাৱৰ কালৰ পৰা সাহিত্যৰ বুৰঞ্জীত সৰহীয়া ঠাই পোৱা বহুতকৈ এনে ধৰণৰ দুই এজন সাহিত্যিকৰ স্থান প্ৰকৃত মূল্যাঙ্কনত ওপৰলৈ উঠিব। এনেবোৰ প্ৰবন্ধ পাতি কেতিয়াবা দুকিয়াই গ্ৰন্থাকাৰে প্ৰকাশ কৰিলে অস্থায়ী বস্তুক স্থায়ী কৰাৰ দিহা হয়, চকুত নপৰাকৈ থকা ভালবস্তু পোহৰলৈ অনা হয়, পাহৰণিত জাহ যাব নলগা সাহিত্যকাৰসকল আকৌ কিছুদিনৰ কাৰণে আলোচনাৰ পাত্ৰ হয়। শ্ৰদ্ধেয় অমিয় কুমাৰ দাসে বাঁহীৰ প্ৰতিধ্বনি দুই খণ্ড প্ৰকাশ কৰি আন সাহিত্য-সেৱীসকললৈ এটা অনুকৰণীয় আৰ্হি দাঙি ধৰিছে।

'বাঁহীৰ প্ৰতিধ্বনিত' সংগৃহীত বহুত প্ৰবন্ধই নতুন চিন্তাধাৰাৰ বাট মুকলি কৰি দিছিল। সেইবোৰৰ ভাষাৰ সৌষ্ঠৱ আৰু তেজস্বিতাও মন কৰিব লগীয়া। 'সাহিত্য সম্পৰ্কে একাষাৰ'; 'কহ উপন্যাসৰ উৎপত্তিৰ কাহিনী', 'কালিদাসৰ উমা' আদি প্ৰবন্ধবোৰ মন দি পঢ়িলে আৰু ভাষাৰ পৰস্পৰ সৌহাৰ্দ্দজনিত সৌষ্ঠৱৰ মোল বুজ পোৱা যাব। এই প্ৰবন্ধবোৰৰ ভাষাত বাগাড়ম্বৰ নাই কিন্তু বাক্‌স্ফুৰণ আছে, শব্দৰ ধুৱলীকুৱলীৰে ভাৱৰ দাৰিদ্ৰ্য ঢকাৰ প্ৰচেষ্টা নাই। শব্দৰে কেনেকৈ ভাৱক নিটোল কৰিব পাৰি তাৰ চানেকিহে এই প্ৰবন্ধবোৰৰ ৰচনশৈলীয়ে দাঙি ধৰিছে। উঠি অহা সাহিত্যিকসকলে মন দি পঢ়িলে 'বাঁহীৰ প্ৰতিধ্বনি'ত জানিবলগীয়া, শিকিবলগীয়া আৰু সুষ্ঠু অনুকৰণৰ বহুত সমল পাব।

'বাঁহীৰ প্ৰতিধ্বনি'য়ে অসমীয়া পাঠকৰ অন্তৰত যেন আকৌ নতুন উজ্জ্বল বিঙণি তোলে।

ভৰলু মুখ
গুৱাহাটী ২১ ফেব্ৰুৱাৰী, ১৯৬৮ চন

শ্ৰীতীৰ্থনাথ শৰ্ম্মা

# প্ৰকাশকৰ নিবেদন

১৯৩৪ চনৰ এপ্ৰিল মাহত অসমীয়া সাহিত্যৰ ওজিয়াল ৺লক্ষ্মীনাথ বেজবৰুৱাদেৱে "বাঁহী"ৰ পৰিচালনাৰ সম্পূৰ্ণ দায়িত্ব মোৰ হাতত এৰি দিয়ে। ইয়াৰ আগতে ১৯১৭ চনত কলিকতাত ছাত্ৰাৱস্থাতো "বাঁহী"ৰ পৰিচালনাৰ আংশিক দায়িত্ব মই লবলগীয়া হৈছিল। কিয়নো সেই সময়ত বেজবৰুৱাই হাওড়াৰ ঘৰ এৰি সম্বলপুৰলৈ যাব লগা হয়। ছপাখানাৰ লগত যোগাযোগ ৰাখি প্ৰুফ কাকত চোৱা আৰু গ্ৰাহকলৈ পঠোৱা আদিয়েই সেই সময়ত মোৰ দায়িত্ব আছিল। ১৯৩৪ চনত এই দায়িত্ব পূৰাকৈ লবলগীয়া হ'ল।

১৯৩৪ চনত ভাৰতৰ মুক্তি আন্দোলনৰ গতি আন এটা খুঁটিলৈ চাল লৈছিল; সত্যাগ্ৰহ স্থগিত হোৱাত আৰু পাৰ্লামেণ্টাৰী কাৰ্য্যক্ষেত্ৰত কংগ্ৰেছে সোমাত আহিও "বাঁহী"ৰ জৰিয়তে মুক্তি আন্দোলনৰ কাম কৰিবৰলৈ এই দায়িত্ব লবলৈ আগবাঢ়িছিলোঁ। মোৰ সমনীয়া ৺হেমচন্দ্ৰ বৰুৱা সেই সময়ত নগাওঁ জেলত বন্দী আছিল।

"বাঁহী"ৰ দায়িত্ব লৈ "বাঁহী" কি সুৰত বাজিব, তাকে বুজাওঁতে ২০শ বছৰৰ প্ৰথম সংখ্যাত এইদৰে লিখা হৈছিল—

"বৰ্ত্তমান জগতত এটা নৱ জাগৰণৰ সূচনা দেখা গৈছে। পৰাধীন জাতিসকলৰ গৰকাত পৰি থকা দুৰ্ব্বল লোকসমূহে আজি মূৰ দাঙি উঠি জগতত আত্ম-প্ৰতিষ্ঠাৰ বাবে কঁকালত টঙালি বান্ধি লাগিছে। এই জাগৰণৰ চিন জগতৰ আন ঠাইতকৈ এচিয়াতেই বেছিকৈ দেখা গৈছে। অজ্ঞানতাৰ আন্ধাৰত টোপনিত অচেতন এচিয়াবাসী আজি নতুনৰ পোহৰত সাৰ পাই উঠিছে। মুক্ত অৱস্থাৰ উপলব্ধি কৰি আত্মনিৰ্ভৰী হ'বলৈ এচিয়া আজি ব্যগ্ৰ।

"আজি অসমীয়ায়ো বিশ্বজগতৰ চিন্তাৰাজ্যৰ পোহৰ পৰিবলৈ খিড়িকীখন মেলি দিব লাগিব। বিশ্বজগতৰ ভাব-ৰাজ্যৰ পোহৰত অসমীয়াই নিজৰ জাতীয়বৈশিষ্ট্য ৰক্ষা কৰি নিজৰ অন্তৰ-আত্মাক উপলব্ধি কৰি জগতত যাতে আত্মপ্ৰতিষ্ঠ হ'বলৈ সমৰ্থ হয়, তাৰ বাবে সাধনা কৰিব লাগিব। অসমীয়াই যাতে নিজৰ অন্তৰত থকা সঙ্গীতক প্ৰাণ দি মূৰ্ত্তিময়ী কৰি বিশ্ব-সভ্যতাৰ মন্দিৰত শুনাব পাৰে, সেয়ে "বাঁহী"ৰ আকাঙ্ক্ষা।"

আমি ১৮৫৬ শকৰ বহাগৰ পৰা ১৮৫৮ শকৰ চ'তলৈকে "বাঁহী" চলাব পাৰিছিলোঁ। এই সময়ত "বাঁহী"ত প্ৰকাশিত হোৱা গল্প আৰু প্ৰবন্ধ কেইটামান বাছি প্ৰকাশ কৰিবলৈ কেইবাজনো বন্ধুৱে অনুৰোধ কৰিছিল। তেওঁলোকৰ অনুৰোধ মতে "বাঁহীৰ প্ৰতিধ্বনি" প্ৰকাশ কৰিবলৈ প্ৰকাশন পৰিষদ'ক দিয়া হৈছিল।

"বাঁহীৰ প্ৰতিধ্বনি"ৰ প্ৰথম খণ্ড প্ৰকাশন পৰিষদে সকলো খৰচ বহন কৰি প্ৰকাশ কৰিছিল। আৰু সেইখনে পঢ়ুৱৈ সকলৰ পৰা সমাদৰ পোৱাত দ্বিতীয় খণ্ডও প্ৰকাশন পৰিষদৰ সহায়ত উলিওৱা হল। ৺হেমচন্দ্ৰ বৰুৱাই লিখা ৰুছ সাহিত্যিক ডষ্টয়ভস্কীৰ 'দোষ আৰু শাস্তি' নামৰ বিশ্ববিখ্যাত উপন্যাসৰ সাৰাংশৰ বাহিৰেও ৰুছ সাহিত্যিক চেকভকে আদি কৰি কেইজনমান গল্প লিখকৰ ছাঁ লৈ অসমীয়াত লিখা গল্পও এই খণ্ডত দিয়া হৈছে। আমি আশা কৰোঁ এই খণ্ডয়ো পঢ়ুৱৈ সমাজৰ সমাদৰ পাব।

শ্ৰীঅমিয়কুমাৰ দাস

ফেব্ৰুৱাৰী
যেকিৰাকুলী

# সূচী

# বাঁহীৰ প্ৰতিধ্বনি



## সাহিত্য সম্পৰ্কে একাষাৰ

বুৰঞ্জীত আমি পঢ়ো কিছুমান ৰজাৰ বীৰত্ব কাহিনী। ৰজা আলেকজেণ্ডাৰ কেতিয়া ওলাল বিশ্ববিজয় কৰিবলৈ, ক'ত ক'ত কোন দিনা যুদ্ধ হৈছিল, তৰোৱালৰ আগেৰে বিশ্ববিজয়ী জেঙ্গিজখাঁই পৃথিবীৰ ইমূৰৰ পৰা সিমূৰলৈকে কেনেকৈ মানুহৰ তেজৰ চল আনিছিল, বুৰঞ্জী তাৰে কাহিনী মাথোন। ৰজাৰ কৰৰ বোজা বব নোৱাৰি অশান্তিত দিন নিওঁতা খেতিয়কৰ করুণ কাহিনী আমি তাত নাপাওঁ; কলঘৰৰ বাঁহী ৰজাৰ লগে লগে শোৱা পাটি এৰি দিনৰ দিনটো পৰিশ্ৰম কৰা বনুৱাৰ অন্তৰৰ কথা আমি তাত নাপাওঁ।

সাহিত্যও সেইদৰে ডাঙৰ ডাঙৰ মানুহৰ কথা লৈ আবদ্ধ আছে। প্ৰেম বুলিলে সাহিত্যিকে লিখিব কোনো ধনী মানুহৰ ডেকা; তেওঁ পঢ়িছিল কলেজত, নাইবা আছিল ডাঙৰ চৰকাৰী বিষয়া, মটৰেদি যাওঁতে আন এখন মটৰত দেখা পালে আন এজন ধনী মানুহৰ ছোৱালী—ফুলৰ বা লাগি মুচকছ খোৱা, ডুয়িংৰুমৰ শোভা, হাৰমনিয়ামেৰে সৈতে নাকী সুৰৰ গজল গান গোৱা ইত্যাদি, সাহিত্যিকৰ মনলৈ আছে। তাত দুখীয়া খেতিয়কৰ প্ৰেমৰ কাহিনী গোৱা নাযায়।

মুনিহৰ লগত পথাৰত সমানে বোৱনী, ধানদাৱনী ছোৱালী, বিহুৰ বাবে যতঁৰৰ মধুৰ ধ্বনিৰ লগতে সূতা কটাত মগ্ন ছোৱালীৰ অন্তৰৰ কথা তাত একো নাথাকে। ধানদাই অঁটোৱা হলে গাৱঁলীয়া জীৱনৰ আনন্দৰ নিখুঁত ছবি এখন, আমাৰ সাহিত্যত নাপাওঁ। সাধাৰণ মানুহৰ জীৱনৰ মহিমা উপলব্ধি কৰিবলৈ আমি শিকা নাই। আমাৰ চকু যায় বুৰঞ্জীত খ্যাতি লাভ কৰা মুনিহ আৰু তিৰোতাৰ ফালে।

বীৰত্ব বুলিলে নেপোলিয়ান আৰু আলেকজেন্দাৰৰ কথাই মনলৈ আহে। ভৰ বাৰিষা লুইতৰ বানপানীত বেপাৰৰ বাবে বাহঁৰ ভুৰ লৈ অহাটো আমাৰ মনলৈ নাহে।

এই যে সাহিত্য সৃষ্টি হৈছে, ইয়াত সাধাৰণ মানুহৰ জয়ধ্বনি বুলি আমি শুনিবলৈ নাপাওঁ। সাহিত্য ৰচনাৰ উপাদান আমি বিচাৰি যাওঁ এখন কৃত্ৰিম জগতলৈ, জনসাধাৰণৰ চৰিত্ৰৰ মাজত যি দৃঢ়তা, আদৰ্শনিষ্ঠা, ধৰ্ম্মভাৰ আৰু স্বাতন্ত্র্য দেখিবলৈ পোৱা যায়, তাক ৰূপ দিবলৈ আমি যত্ন নকৰো। সেই কৃত্ৰিম জগৎ যত আছিল ৰজা বাদছাহৰ একাধিপত্য, ৰণ কৌশলী ডাঙৰ ডাঙৰ সেনাপতিৰ ৰণ হুঙ্কাৰ, ধনীৰ দুৰ্ব্বিনীত অহঙ্কাৰ, বিলাসিনী কুৱঁৰী সকলৰ বিলাসিতাৰ আড়ম্বৰ। এতিয়া এই বিলাকৰ দিন গল, এতিয়া আমাৰ সমুখত নতুন যুগ থিয় দিছেহি নতুন প্ৰয়োজনৰ দাবী লৈ। এই নতুন যুগৰ প্ৰয়োজনত সাধাৰণ মানুহৰ মাজত জগাই তুলিব লাগিব পৌৰুষৰ মহিমা। যি মানুহ আজি মৰাশৰ দৰে নিৰ্জীৱ হৈ পৰি আছে, যি মানুহ যুগ যুগান্তৰৰ অৱজ্ঞা আৰু উপেক্ষাত নিজৰ আত্ম সন্মান বোধ হেৰুৱাইছে, যি আজি কপালত দাসত্বৰ কলঙ্ক কালিমা লৈ গৌৰৱ বোধ কৰে, যি মানুহৰ দেহ শিকলীৰে বন্ধা, মনো শিকলীৰে বন্ধা, সেই মানুহৰ মনলৈ আনিব লাগিব নতুন ভাৱ, নতুন আশা, নতুন তেজ, নতুন জীৱনৰ চাঞ্চল্য। সেই পুৰণি কথা-থাওক, অতীতৰ ধুৱলী কুৱলীৰ মাজত মিহলি হৈ। এতিয়া আমি সৃষ্টি কৰিব লাগিব নতুন

জগৎ। সেই নতুন জগতত সিংহাসনত বহুৱাব লাগিব সাধাৰণ মানুহক, যাক আমি সাধাৰণ বুলি অত দিন ঘিণাই আছিলোঁ।

নতুন যুগৰ সাহিত্যিকে ৰূপ দি ফুটাই তুলিব লাগিব সাধাৰণ মানুহৰ চৰিত্ৰৰ সৌন্দৰ্য্য। সাধাৰণ মানুহৰ জীৱনৰ ভিতৰত তেওঁ সোমাব লাগিব। সাধাৰণ মানুহৰ জীৱনৰ বৈচিত্ৰৰ আৰু দুইতৰ দৰে বিপুল প্ৰবাহৰ পৰা তেওঁ বিচাৰি আনিব লাগিব নতুন যুগৰ সৃষ্টিৰ বাবে প্ৰেৰণা।

বাঁহী—২৩শ বছৰ ভাদ ( সম্পাদকীয় স্তম্ভৰ পৰা )
( ১৮৬১ শক ১৯৩৪ সন )

# ৰুছ উপন্যাসৰ উৎপত্তিৰ কাহিনী

স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱা বি, এল

সামাজিক আৰু পাৰিবাৰিক চিত্ৰ উপন্যাসৰ ভিতৰেদি যেনে দৰে ফুটি উঠে, সাহিত্যৰ আন কোনো ক্ষেত্ৰতে তেনে দৰে ফুটি নুঠে। উপন্যাসৰ কোমল কবিত্ব সনা কাপৰ মোহিনী শক্তিৰ আগত কি ইতিহাস, কি দৰ্শন, কি বিজ্ঞান সকলোৱেই নিজৰ কঠুৱা ভাৱ এৰি কোমলতাৰ প্ৰতিমূৰ্ত্তি হৈ পৰিতৃপ্তিৰ সম্ভাৰ আগবঢ়ায়। পাৰিবাৰিক উপন্যাস ৰচনাত ইংৰাজ সিদ্ধ-হস্ত ; ৰুছ দেশৰ ঔপন্যাসিকসকলৰ দৰে এওঁলোকে ৰাজনৈতিক বা সামাজিক সমস্যাৰ সমাধান উপন্যাসৰ ভিতৰেদি কৰিবলৈ লোৱা নাই ; এওঁলোকৰ তেনে কৰাৰ কোনো আৱশ্যকো হোৱা নাই। ইংৰাজৰ ঘৰুৱা জীৱন শান্তিময় মধুৰ, সেই বাবে ইংৰাজ ঔপন্যাসিকসকলে অঁকা জীৱন চিত্ৰ মানুহৰ চিৰ জন্মৰ নিমিত্তে চিৰ সুন্দৰ। ৰুছ নৰনাৰীৰ ঘৰুৱা জীৱন জ্বালাময় দুঃখময় ; তাত আনন্দৰ ছাঁ অকনো নাই। সেইবাবে ৰুছ উপন্যাসত গাৰ্হস্থ্য জীৱনৰ বিমল আনন্দৰ কোনো চিন চাবেই নাই ; তাৰ ঠাই অধিকাৰ কৰিছে সমাজ নীতিৰ আৰু ৰাজনীতিৰ বিকট দৃশ্যই আৰু দুখ দৈন্যৰ কৰুণ কাহিনীয়ে।

ৰুছিয়াত স্বেচ্ছাচাৰী সম্ৰাট জাৰসকল আৰু তেওঁলোকৰ আত্মীয় 'গ্ৰেণ্ড ডিউক' সকলৰ শাসনত ৰুছিয়াৰ জনসাধাৰণ যুগ-যুগান্তৰৰ পৰা নিষ্পেষিত আৰু নিৰ্য্যাতিত হৈ আহিছিল। ভাৰ সহিব নোৱাৰা দুখৰ হেঁচাৰ পৰা হাত সাৰিবলৈ ৰুছবাসীয়ে 'ভদকা' নামে এবিধ মদ খাই সকলো আশা আকাঙ্খা জলাঞ্জলি দি পশুৰ দৰে মাটিত বাগৰি ছট-ফট ধৰফৰ কৰি কোনোমতে দিন নিয়াইছিল।

গৰু ম'হৰ দৰে ৰুছিয়াত নিম্নশ্ৰেণীৰ মানুহ বিলাকক এজন জমিদাৰে আন এজন জমিদাৰক বিক্ৰি কৰিছিল। সিহঁতৰ সাধাৰণ নাম

আছিল 'ছ'লছ' ( Souls )। আন কি, সময়ে সময়ে এই মানুহ-বিলাকে ডাঙৰীয়াসকলক নিজৰ পত্নীক ক্ৰীতদাস স্বৰূপে উপহাৰৰ বস্তু হিচাপে উপহাৰ দিছিল। ক্ৰীতদাস প্ৰথাৰ বিধান মতে, ছুখীয়াৰ জীৱন মৰণৰ বিধাতা আছিল ধনী আৰু জমিদাৰ। কছিয়াৰ আবাদ যোগ্য মাটিৰ দহ ভাগৰ ন ভাগ সম্ৰাট আৰু আভিজাত্য সম্প্ৰদায়ৰ খাছ সম্পত্তি হোৱাত কোটি কোটি কছ প্ৰজাই গোলামৰ দৰে এই মাটি আবাদ কৰিছিল। এই ছুখীয়া খেতিয়ক হ'ল ধনী আভিজাত্য সম্প্ৰদায়ৰ ঘৰুৱা সম্পত্তি।

বেতৰ কোবত, পুলিচ আৰু মিলিটেৰিৰ ছজীনৰ খোঁচ আৰু যাৱজ্জীৱন ছাইবেৰিয়ালৈ নিৰ্ব্বাসিত হোৱাৰ ভয়ত এই গোলামবিলাকে খেতি-বাতি কৰাৰ উপৰিও আন আন উপায়েৰে তেওঁলোকৰ প্ৰভু-সকলৰ বিলাস বাসনা চৰিতাৰ্থ কৰিবলৈ যোগান ধৰিছিল। জাৰৰ দিনত কছিয়াৰ জনসাধাৰণ নিৰক্ষৰ আছিল। জনসাধাৰণক শিক্ষা নিদি চিৰকলীয়া অজ্ঞানতাৰ আন্ধাৰত পোত খুৱাই থোৱাটো জাৰৰ শাসন নীতি আছিল। খেতিয়ক আৰু বনুৱাৰ লৰা-ছোৱালীয়ে শিক্ষা যাতে পাব নোৱাৰে তাৰ বাবে বিহিত ব্যৱস্থা আছিল। কছিয়াৰ এইবিলাক ভিতৰুৱা বিলৈ বিপত্তিৰ কথা মুখ ফুটাই কোনেও ঘূণাক্ষৰেও কবলৈ সাহ নকৰিছিল, মুৰ দাঙি আৰু বিপক্ষে থিয় দি প্ৰতিবাদ কৰাতো দূৰৰ কথা; কাৰণ তেনে কৰিলে গুপ্তচৰ বিভাগৰ শেন দৃষ্টি তৎক্ষণাতে পৰাটো ধ্ৰুৱ নিশ্চয়, আৰু তাৰ ফলত ছাইবেৰিয়ালৈ নিৰ্ব্বাসন অনিবাৰ্য্য।

এই গুপ্তচৰ বিভাগটোৱে কছিয়াৰ নৰনাৰীক ছাঁৰ দৰে অনুসৰণ কৰিছিল আৰু সকলো ন্যায্য আন্দোলনৰ পক্ষে থিয় দি মুখ ফুটাই মতা সকলক বা চোৰাং চোৱাই সন্দেহ কৰা সকলক নিৰ্ব্বাসনৰ ব্যৱস্থা কৰি ৰাজ ক্ষমতা অটুট ৰাখিছিল। প্ৰকাশ্য নিৰ্য্যাতন বা আইনৰ নিৰ্য্যাতনৰ ভয়ত যে কছ নৰনাৰীয়ে ন্যায্য আন্দোলনত যোগ নিদিছিল এনে নহয়। বিনা কাৰণে, হঠাৎ বিনা ৱাৰেণ্টে ঘৰ খানাতালাচ

কৰা বা জেইলত দিয়া বা ছাইবেৰিয়ালৈ নিৰ্ব্বাসিত কৰা বা চিঠি পত্ৰ গুপ্তভাবে মেলি পঢ়াৰ ভয়ে ৰুছ নৰনাৰীক প্ৰকাশ্য ভাবে ৰাজনীতিত যোগ দি ন্যায্য ভাবে নিজৰ দাবি দাওি ধৰিবলৈ বিৰত কৰিছিল। য়ুৰোপৰ আন আন দেশৰ সংযোগত সাম্য মৈত্ৰী আৰু স্বাধীনতাৰ ভাৱে ৰুছিয়াত আত্ম-প্ৰকাশ কৰিবলৈ সুবিধা পোৱা নাছিল। মানুহে নিজৰ মত প্ৰকাশ কৰিব পৰা আধুনিক যুগৰ প্ৰতিষ্ঠান সভা-সমিতি, পাৰ্লিয়ামেণ্ট, কাউন্সিল আদিৰো ব্যৱস্থা নাছিল। জাৰৰ হুকুম মতে এনে অনুষ্ঠান বিলাক বন্ধ কৰি দিয়া হয়।

কিন্তু জগতত এনেকুৱা পোতাশাল তৈয়াৰ হোৱা নাই, যাৰ দ্বাৰা মানুহৰ ভাবক বন্দী কৰি থব পাৰি। য়ুৰোপৰ আন দেশৰ পৰা যি ভাৱৰ সোঁত লাহে লাহে ৰুছিয়ালৈ বৰ্বলে ধৰিলে, সেই সোঁত ৰুছিয়াত আত্মপ্ৰকাশৰ অসুবিধাত ৰুদ্ধ নদীৰ দৰে তলে তলে বৈ লাহে লাহে যি শক্তি বাৰুদৰ স্তূপৰ দৰে পুঞ্জীভূত হৈছিল, তাক সমূলে ধ্বংস কৰা জাৰৰ সাধ্যৰ অতীত হল। সেই বাবেই শত বছৰৰ পুঞ্জীভূত দুৰ্দ্দমনীয় ৰুছ জাতিৰ আকাংখা অভিলাষ সাহিত্যৰ ভিতৰেদি, বিশেষকৈ উপন্যাসৰ ভিতৰেদি অশেষ বাধা বিঘিনি কাতি কৰি থৈ প্ৰকাশ হবলৈ ধৰিলে। আন আন দেশত যি বিলাকৰ বিষয় বাতৰি কাকতৰ বা চৰকাৰী 'ব্লু বুক'ৰ ( Blue Book ) জৰীয়তে প্ৰকাশিত আৰু আলোচিত হৈছিল, সেইবিলাক বিষয় সাহিত্যৰ ভিতৰেদি প্ৰকাশ হবলৈ ধৰিলে। ৰুছ সাহিত্যৰ ইয়েই বিচিত্ৰতা। ৰুছ সাহিত্যৰ জীৱন এশ বছৰো নহয়। তাৰ আগেয়ে এই সাহিত্যৰ কোনো চিনেই নাছিল। আনকি, ধনী, জমিদাৰ, ৰজা আদি ওপৰ থাপৰ মানুহে জাৰ্ম্মান ভাষাত হে কথা হৈছিল। আৰু ৰুছ ভাষা বনুৱা খেতিয়কৰ ভাষাহে আছিল।

ৰুছিয়াৰ জনসাধাৰণ আৰু গণসমূহ চিৰ পৰাধীন আৰু প্ৰপীড়িত বুলিয়েই সাহিত্যৰ ভিতৰেদি তাৰ ক্ৰন্দনৰ ধ্বনি শুনিবলৈ পোৱা যায়। মানুহে গোৱা গীত বিলাকত এটা বিষাদৰ সুৰ শুনা যায়। ভাৰত-

বাসীৰ দৰে কছৰ জনসাধাৰণো অদৃষ্ট দর্শনৰ ( Philosophy of luck ) ভক্ত। পৰকালত ইহকালৰ সকলো দুখৰ অৱসান হ'ব বুলি এটা বিশ্বাস থকাত কছ জাতিৰ মাজত এটা 'মিছটিক' ( Mystic ) ভাব দেখিবলৈ পোৱা যায়। এই 'মিছটিক' ভাবটো সাহিত্যত ভালদৰে ফুটি ওলাইছে। সাহিত্যত গোগলৰ ( Gogol ) পৰা টলষ্টয়লৈকে বিভিন্ন খাপৰ বিভিন্ন ভাবৰ লিখকৰ ৰচনাত ইয়াৰ পৰিচয় পোৱা যায়। কছ সাহিত্যৰ দৰে বিভিন্ন ভাৱৰ প্ৰকাশ আন কোনো সাহিত্যতে হোৱা নাই যেন লাগে। কছ ঔপন্যাসিক সকলৰ ভিতৰত টাৰ্টাৰ বংশ সম্ভূত টুৰ্গেনীভে উপন্যাসৰ ভিতৰেদি এটা নতুন চিন্তাৰ সোঁত বোৱায়। শিক্ষিত কছ ডেকাই প্ৰাচীনক বিসৰ্জন দি 'নেতি নেতি' বুলি নতুনক কেনেকে খেদি গৈছে তাৰ ছবি তেখেতে ভাল দৰে আঁকিছে।

তেওঁ 'নিহিলিজম' এই কথাটোৰ স্ৰষ্টা। 'নিহিলিজম'ৰ অৰ্থ হৈছে—মই বৰ্ত্তমানৰ সকলো বিশ্বাস চূৰ্ণ কৰিছোঁ, পুৰণি একোকে নামানোঁ, মোক লাগে নতুন। এই মতবাদ বিশ্বাস কৰা মানুহবোৰ 'নিহিলিষ্ট বুলি কছিয়াত বিখ্যাত। নিহিলিষ্টৰ বাবে কছিয়াত সময়ে সময়ে তেজৰ সোঁত বৈছিল। আকৌ টলষ্টয়ে উপন্যাসৰ ভিতৰেদি অহিংসাৰ বাণী প্ৰচাৰ কৰিছে। প্ৰেম, বিনয়, স্বাৰ্থত্যাগ আৰু অপকাৰৰ পৰিবৰ্ত্তে উপকাৰে জগতত শান্তিৰাজ্য স্থাপন কৰিব পাৰে, এয়ে হৈছে তেওঁৰ মত। তেওঁৰ মতে মানুহে যেতিয়ালৈকে সৈনিক বৃত্তি গ্ৰহণ কৰি যুদ্ধৰ নামত নৰহত্যা কৰিব, তেতিয়ালৈকে জাতীয় জীৱনৰ অমঙ্গল বিলাক আঁতৰ নহ'ব। মহাত্মা গান্ধীয়ে অহিংস অসহযোগ আৰু সত্যাগ্ৰহৰ মন্ত্ৰ টলষ্টয়ৰ পৰা লৈছে। একালে টলষ্টয়ৰ অহিংসাৰ বাণী আন কালে মাইকেল বাকুনিন আৰু ক্ৰপট্‌কিনৰ 'এনাৰ্কিষ্ট কমিউনিজম' অৰাজতন্ত্ৰৰ মন্ত্ৰ; দুটা সম্পূৰ্ণ বিৰোধী চিন্তাৰ সোঁত। সকলো প্ৰকাৰ শাসন শক্তিক ধ্বংস কৰি মানুহক সকলো কালৰ পৰা স্বাধীন কৰা; এয়ে হৈছে 'এনাৰ্কিজম' বা 'এনাৰ্কিষ্ট' কমিউনিজম'ৰ মন্ত্ৰ

অৰ্থ। এনাৰ্কিজমৰ ভাৱটো বৰ নতুন নহয়, কিন্তু এই এনাৰ্কিজমক (অৰাজকতন্ত্ৰক) এটা বৈপ্লৱিক মতবাদৰ ৰূপ ৰুছিয়াৰ মাইকেল বাকুনিনে দিয়ে। পাছত ইয়াৰ ওপৰত ৰহণ চৰায় ক্ৰুপট্‌কিনে; এৱোঁ ৰুছিয়াৰ মানুহ। বাকুনিনৰ মতে মানৱ জাতিৰ মুক্তিৰ বাটত অন্তৰায় দুটা, প্ৰথমটো হৈছে ঈশ্বৰ বিশ্বাস আৰু দ্বিতীয়টো হৈছে ৰাষ্ট্ৰ।

যি সকল লেখকৰ চেষ্টাত ৰুছিয়াৰ ভিতৰুৱা দুখ-দৈন্য, অত্যাচাৰ অবিচাৰৰ ভয়াবহ কাহিনী প্ৰচাৰিত হৈছিল, তাৰ ভিতৰত ৰুছিয়াৰ ঔপন্যাসিক টলষ্টয়, টুৰ্গেনিভ, ডষ্টয়ভস্কি আৰু গোৰ্কিৰ নাম প্ৰথমতে লব-লগীয়া। এওঁলোকৰ লিখাৰ ভিতৰেদি সাম্য, ভ্ৰাতৃত্ব, আৰু মানৱ জীৱনৰ মহত্বৰ ভাৱ ৰুছ নৰ-নাৰীৰ মাজত প্ৰচাৰিত হৈ সমস্ত ৰুছিয়াক এটা ভ্ৰাতৃত্বৰ দোলেৰে বান্ধিলে। এওঁলোকৰ বেছি ভাগেই ফাটেকৰ অসহনীয় কষ্ট সহ্য কৰি, সত্য উপলব্ধি কৰি অত্যাচাৰ-অবিচাৰৰ কৰুণ কাহিনী দাঙি ধৰিলে। এওঁলোকে দুই-এজন নায়ক-নায়িকাৰ মুখে দি যি বাণী প্ৰচাৰ কৰিছে তাক পঢ়িলে গা কঁপি উঠে। প্ৰত্যেকৰ জীৱনেই একোখন উপন্যাস বিশেষ।

পৃথিৱীৰ শতকৰা পঞ্চানধ্বই জন মানুহৰ দুবেলাৰ দুমুঠিৰ সংস্থান হৈ নুঠে। তেওঁলোকৰ জীৱনত সৰ্ব্বাপেক্ষা নিষ্ঠুৰ সত্য দুখ। এই দুখৰ মূল হৈছে দাৰিদ্ৰ্য। পৃথিৱীৰ বেছি ভাগ লেখকেই এই দাৰিদ্ৰ্যৰ কাল্পনিক চিত্ৰহে আঁকিছে। কিন্তু ৰুছিয়াৰ এই লিখক সকলে স্বপ্ন জগতৰ পৰা দুখ-দৈন্যক নমাই আনি বোকা-পানীৰ বাস্তৱ জগতত পেলাই যথাৰ্থতে বাস্তৱতামূলক উপন্যাস লেখিছে। বাস্তৱতামূলক উপন্যাস লিখাত ৰুছ লিখকসকলক আন কোনেও চেৰ পেলাব নোৱাৰে।

এদিন আছিল যেতিয়া উপন্যাসৰ আখ্যান বস্তু আছিল কেৱল আভিজাত্য সম্প্ৰদায় আৰু কুলগুৰু সকল। তাৰ পাছত ফৰাছী বিপ্লৱে এই আখ্যান বস্তুৰ সীমা মধ্যবিত্ত শ্ৰেণীলৈকে বঢ়ালে। তেতিয়াৰ সাহিত্যতো সাধাৰণ মানুহৰ জয়ধ্বনিৰ শব্দ শুনিবলৈ পোৱা নগৈছিল। কিন্তু নতুন যুগ আহিছে প্ৰয়োজনৰ নতুন দাবী লৈ। যুগ ধৰ্ম্মৰ প্ৰভাৱত

ইমান দিনে ভগা পঁজাৰ তলত মুৰ সুমুৱাই 'হাঁ ভাত হাঁ ভাত' কৰা দুখীয়াৰ, হালোৱা-চহাৰ, বনুৱাৰ, সমাজৰ তল খাপত পৰি থকা পতিত পতিতাৰ করুণ কাহিনী উপন্যাসৰ আখ্যান বস্তুৰ ভিত্তকরা হৈছে; আৰু এই কামত আগবঢ়ুৱা হৈছে কছ ঔপন্যাসিক সকল। হিউগোৰ 'লামিজাৰেবল'ৰ নায়ক জিন ভলজিনৰ চৰিত্ৰ পঢ়ি কোনোৱে ভেওঁক চোৰ বুলি ঘিনাব পাৰে? ডষ্টয়ভস্কিৰ 'দোষ আৰু শাস্তি'ৰ ( Crime and Punishment ) ছনয়াৰ চৰিত্ৰ আৰু টলষ্টয়ৰ পুণর্জন্মৰ (Resurrection ) কাটুছাৰ চৰিত্ৰ পঢ়ি কোনে বেশ্যাক ছেই ছেই লেই লেই, দূৰ দূৰ কৰিব পাৰে?

কছ উপন্যাসৰ উৎপত্তিৰ যৎসামান্য আভাষ দি বাঁহীৰ পাঠকসকলৰ আগলৈ টলষ্টয়, টুর্গেনিভ, ডষ্টয়ভস্কি আৰু গোর্কিৰ একো একো খন বিশ্ববিখ্যাত উপন্যাসৰ সাৰাংশ আগবঢ়াবলৈ দিহা কৰা হল।

[ বাঁহী ২৩ শ বছৰ ১ম সংখ্যা ]

# দোষ আৰু শাস্তি

( ৰুছ ঔপন্যাসিক ডষ্টয়ভস্কিৰ উপন্যাসৰ সাৰাংশ )

স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱা বি-এল।

ডষ্টয়ভস্কিৰ জীৱনী—

ডষ্টয়ভস্কি ৰুছ সাহিত্যৰ বাস্তৱতা-মূলক উপন্যাস লিখক সকলৰ ভিতৰত অন্যতম। তেওঁ ডাক্তৰৰ লৰা, আস্পতালত পৃথিবীৰ মুখ জয় জয়তে দেখি আলাসাৰ লাক হৈ বাঢ়ি ইঞ্জিনিয়াৰিং বিদ্যাকে জীৱনৰ সম্বল কৰি লবলৈ সঙ্কল্প কৰি বিশ্ববিদ্যালয়ৰ শেষ পৰীক্ষাত কৃতিত্বৰে উত্তীৰ্ণ হৈ তৃতীয় ঠাই অধিকাৰ কৰে। কিন্তু বাণী দেৱীৰ সাদৰ আহ্বান নেওচিব নোৱাৰি জীৱনৰ উচ্চ আকাঙ্ক্ষালৈ পিঠি দি তেওঁ বাণীদেবীৰ একনিষ্ঠ সাধক হৈ উঠিল। তেওঁৰ যশ লাহে লাহে বিয়পি পৰিবলৈ ধৰিলে; কিন্তু এনে সময়ত ৰাজদ্ৰোহ অপৰাধত অভিযুক্ত হোৱাত তিনি চাৰি জন সহকৰ্ম্মীৰে সৈতে তেওঁ গ্ৰেপ্তাৰ হৈ কাৰাগাৰত সোমাল। বিচাৰত তেওঁলোকৰ প্ৰাণদণ্ডৰ আদেশ হ'ল। যথা সময়ত তেওঁলোকক বধ্যভূমিলৈ লৈ গৈ গাৰ কাপোৰ কানি খহোৱা হ'ল; তেতিয়াও তেওঁ মোহ নিদ্ৰাত নিমগণ। লগৰ বন্দী এজনক লক্ষ্য কৰি তেওঁ সুধিলে—"আমাক সচাঁকৈয়ে ফাঁচি দিব নেকি?" জীৱন-মৰণৰ সন্ধিস্থলৰ এই ঘটনা বৰ্ণাই তেওঁ তেওঁৰ ককায়েকলৈ লিখা চিঠিত এনেদৰে লিখিছিল—"চিপাহীবিলাকে আমাৰ মূৰৰ ওপৰত তৰোৱাল ঘূৰাবলৈ ধৰিলে আৰু ফাঁচিত দিব লগা মানুহক পিন্ধোৱা বগা চোলা আমাক পিন্ধাই তিনি তিনিজনকৈ সাঙুৰি একোডাল কাঠত বান্ধিলে। মই ভাবিলো যে আৰু কেই মিনিটমানৰ পাছতে মোৰ এই নশ্বৰ দেহা অন্ত পৰিব; সেই সময়ত তোমাৰ কথা মোৰ মনত বৰকৈ পৰিছিল; লগৰ দুজনক মই চুমা খাই বিদায়

ললো। এনেতে এটা অঘটন কাণ্ড ঘটিল। চিপাহী চক্ৰবৰ্তী আতৰি গ'ল, আমাৰ বান্ধ খুলি দি আমাক শুনাই দিলে যে জাৰে আমাৰ কাঁচিৰ হুকুম বদ কৰি নিৰ্ব্বাসন দণ্ড বিহিছে"। ইয়াৰ পিছত তেওঁ নিৰ্ব্বাসিত হৈ চাৰি বছৰ ছাইবেৰিয়াৰ জেইলত থাকে। চাইবেৰিয়াৰ পৰা ঘূৰি আহি পুনৰ তেওঁ সাহিত্য চৰ্চ্চাত মন নিয়োজিত কৰে।

## উপন্যাসৰ কথা

ডষ্টয়ভস্কিৰ "দোষ আৰু শাস্তি" (Crime and Punishment) মনস্তত্ব বিশ্লেষণকাৰী এখনি উগ্ৰবিধৰ উপন্যাস। উপন্যাসৰ নায়ক ৰস্কলনিকফ একজন আইন বিদ্যা অধ্যয়ন কৰা ছাত্ৰ। সংসাৰত মোৰ বুলিবলৈ মাক আৰু ভনীয়েকৰ বাহিৰে তেওঁৰ আন কোনো নাছিল; ভনীয়েকে একজন জমিদাৰৰ ল'ৰা-ছোৱালীৰ শিক্ষয়িত্ৰী হৈ যি দুই চাৰি পইচা ৰাহি কৰিব পাৰিছিল, তাৰেই ককায়েকৰ খৰচ আংশিক-ৰূপে যোগাইছিল। ৰুছিয়াৰ ৰাজধানী মস্কোত একনী বুঢ়ী, কঠুৱা কৃপণ, সুদখোৰ বিধৱাই বস্তু বন্ধকত ৰাখি তাইৰ সাঁচতীয়া টকা ধাৰে দিছিল। টকাৰ টান পৰিলে ৰস্কলনিকফে এই মানুহজনীৰ পৰা বস্তু বন্ধকত থৈ মাজে সময়ে টকা ধাৰে আনিছিল। ৰস্কল-নিকফৰ সৈতে পৰিচয়ৰ লগে লগে তেওঁৰ এই তিৰোতাজনীক হত্যা কৰি তাইৰ ধনেৰে নিজৰ ভবিষ্যত উন্নতিৰ বাট মুকলি কৰা ভাবৰ অভিব্যক্তি দেখি আচৰিত নহৈ নোৱাৰি—বিশেষকৈ যেতিয়া নৰহত্যাৰূপী মহাপাপ বিশ্ববিদ্যালয়ৰ মহলা উঠা এই শিক্ষিত ডেকাজনৰ ওচৰত ন্যায়ানুমোদিত বুলি বিবেচিত হৈছিল।

ৰস্কলনিকফে চেজু চাই কোনেও নেদেখাকৈ এই তিৰোতাজনীক এদিন অতি নিষ্ঠুৰভাবে হত্যা কৰিলে। তাৰ পিছত তিৰোতাজনীৰ কাপোৰৰ ভিতৰৰ পৰা চাবিটো উলিয়াই লৈ তেওঁৰ টকা বিচাৰিবলৈ ধৰিলে আৰু এটা টকাৰ টোপোলা হস্তগত কৰিলে। মানসিক উত্তেজনা হেতুকে ৰস্কলনিকফে খোটালিটোৰ দুৱাৰখন মুকলি কৰি

থৈছিল। এনেতে এই ত্ৰিবোতাজনীৰ ভনীয়েকে এটা টোপোলা হাতত লৈ খোটালিটোত সোমাই এই ভয়াবহ দৃশ্য দেখি স্বৰগৰ পৰা মানুহৰ দৰে মাতবোল নোহোৱা হৈ থিয় দি ৰ'ল। ছাত্ৰজনে ঘপ কৰে এওঁৰো মূৰত কুঠাৰৰ কোব বহালে আৰু কোবৰ লগে লগে তেওঁৰ প্ৰাণবায়ু অনন্তত লীন হ'ল। হাতত লগা তেজ মচি ছাত্ৰজনে আনে নেদেখাকৈ ঘৰৰ পৰা ওলাই চুৰ কৰা সম্পত্তিৰে সৈতে নিজৰ বহা পালেগৈ। ইমানলৈকে ৰস্কলনিকফে সকলো কাম নিজ অভিৰুচি মতে কৰিবলৈ পাৰগ হৈছিল, কিন্তু ঘটনাৰ ৰাতিৰ পৰা এটা বিকাৰৰ ভাবে তেওঁক দেখা দিলে। ৰস্কলনিকফে চুৰ কৰি নিয়া সম্পত্তিৰ এটা ফুটা কড়িও নিজৰ নিমিত্তে নাৰাখি কোনেও নোপোৱা আৰু নেদেখাকৈ এটা শিলৰ তলত পুতি মাটি দি ঢাকি থলে, আৰু লাহে লাহে ইচ্ছাই অনিচ্ছাই কথাই কামে এই হত্যা সম্বন্ধে ইঙ্গিত কৰিবলৈ ধৰিলে। আনকি, বিচাৰকৰ কাষ চাপি এই বিষয়ে আলোচনা কৰিবলৈকো ধৰিলে। আন সকলো কথাত তেওঁ উদাস অন্যমনস্ক; কিন্তু হত্যাৰ কথা উঠিলেই তেওঁ আগ্ৰহেৰে আলোচনাত যোগ দিয়ে।

মানসিক উত্তেজনাত অধীৰ হৈ ৰস্কলনিকফে যি খোটালিটোত এই ভীষণ হত্যাকাণ্ড সম্পাদিত হৈছিল, সেই খোটালিটোত সোমাই পিট পিট কৈ কিবা বিচাৰিবলৈ ধৰিলে। সেই সময়ত দুটা মিস্ত্ৰীয়ে ঘৰৰ বেৰত চূণ দিছিল। মিস্ত্ৰী দুটাই তেওঁক কি লাগে বুলি সোধাত ৰস্কলনিকফে কলে, "তেজ ক'ত আছে?" কিহৰ তেজ বুলি সিহঁতে সোধাত হত্যা কৰা মানুহৰ তেজ বুলি কৈ তেওঁ দুৱাৰৰ ওচৰত মানুহ মাতিবলৈ ৰখা ঘণ্টাৰ ৰছিডাল ধৰকৈ আজুৰিবলৈ ধৰিলে। মিস্ত্ৰী দুটাই আচৰিত হৈ কি লাগে বুলি সোধাত তেওঁ উত্তৰ দিলে যে তেওঁ এই খোটালিটো ভাৰা লবলৈ আহিছে। অগত্যা মিস্ত্ৰী দুটাই তেওঁক ঘৰৰ দুৱাৰ মুখত পহৰা দিয়া দুৱৰী দুটাৰ ওচৰলৈ লৈ গ'ল, তাতো তেওঁ ঘৰ ভাৰা লবলৈ অহাৰ কথা কলে, আৰু তাৰ লগতে তেওঁক পুলিচৰ ওচৰলৈ লৈ যাবলৈ কলে। এনেতে

আলিৰ অলপ দূৰত কিছুমান মানুহে জুম পাতি গণ্ডগোল কৰা শুনি তেওঁ সেই ঠাইলৈ গল। তাত এটা মাতালক মানুহে বেৰি থকা আৰু ওচৰত এখন গাৰী বৈ থকা দেখিলে। গাৰীখন এই মাতালটোৰ ওপৰেদি যোৱাত মাতালটো ভীষণ ভাৱে জখম হৈছিল—সি জীয়েনে নিজীয়ে তাৰ ঠিক নাছিল। ভিৰ ঠেলি ৰস্কলনিকফে গৈ দেখে যে সেই মাতালটো তেওঁৰ পূৰ্ব্ব পৰিচিত ; দাঙি-মেলি ধৰি ৰস্কলনিকফে তাক ঘৰলৈ লৈ গল। ঘৈণীয়েকে তাক দেখিয়েই খঙত অস্থিৰ। তাই ভাবিলে যে সি বাকছৰ তলি উদণ্ড কৰি তাই সাঁচি থোৱা পইচা কেইটা নি মদ খাই বেহুচ হৈ আলিত পৰি থকাত তাক দাঙি আনিছে। কিন্তু যেতিয়াই তাই আচল কথা বুজিব পাৰিলে তেতিয়াই হিয়া ভেদি উঠা কান্দোনৰ বোলে খোটালিটো থলক লগালে। অতি দুখত সামান্য খোটালি এটা ভাৰা লৈ লৰা-ছোৱালীবে সৈতে জীৰ্ণ শীৰ্ণ অৱস্থাত এই পৰিয়ালটো কথমপি চলিছে ; ছনয়া বোলা ডাঙৰ ছোৱালীজনীয়ে মাক-বাপেক আৰু ভায়েক-ভনীয়েকৰ দুবেলা দুমুঠিৰ সংস্থান কৰিবলৈ নাৰীৰ পৰম পবিত্ৰ বস্তু নিজৰ দেহাকো ৰূপৰ বজাৰত বিক্ৰি কৰিছিল।

অভাগিনী ছনায়া চিৰপতিতা বাৰবনিতা। আৰু এই মাতালটোৰ ঘৈণীয়েকে বহুদিনৰ পৰা যক্ষ্মা ৰোগত ভুগিছিল। মাতালটোৰ মৃত্যু হ'ল, আৰু তাৰ মৃত্যুৰ লগে লগে ঘৰৰ গিৰীহঁতে এই পৰিয়ালটো ঘৰৰ পৰা উলিয়াই দিয়ে। বেচেৰীয়ে নিৰুপায় হৈ ল'ৰা-ছোৱালীৰ সৈতে আলিত আশ্ৰয় লোৱাৰ লগে লগে হতভাগিনী ঘোৰ উন্মাদ হৈ পৰিল। পতিতা যেতিয়া, ছনায়াৰ মাক-বাপেকৰ লগত থকাৰ আইন আৰু সমাজৰ ব্যৱস্থা নাছিল—ছনায়াই মাহী-মাকক আৰু ভায়েক ভনীয়েকক আকোৱালি নিজৰ ঘৰলৈ নিলে, যক্ষ্মা ৰোগত, উন্মাদ অৱস্থাত, বেচেৰিৰ মৃত্যু হ'ল,—এয়েই পাৰিবাৰিক চিত্ৰ।

ৰস্কলনিকফৰ কথা-বাৰ্ত্তা চলন ফুৰণ দেখি বিচাৰকৰ সন্দেহ ৰস্কল-নিকফৰ ওপৰত ক্ৰমাৎ বেছি হবলৈ ধৰিলে। ৰস্কলনিকফে এই ঘটনাৰ বহু আগেয়ে যাহেকীয়া আলোচনী এখনত "দোষ" নাম দি এটা প্ৰবন্ধ

লিখিছিল, সেই প্ৰবন্ধমতে ৰস্কলনিকফে মানুহক দুটা শ্ৰেণীত ভাগ কৰিছিল, প্ৰথম শ্ৰেণীৰ মানুহবিলাক সমাজৰ প্ৰচলিত ৰীতি-নীতি মানি চলা তেওঁলোকৰ পক্ষে স্বাভাৱিক অৱস্থা, তেওঁলোক অতি সাধাৰণ ধৰণৰ মানুহ, পৰৰ দাসৰূপে জীৱন যাপন কৰাই তেওঁলোকৰ ভাগ্য-লিপি। তেওঁলোকৰ আইন অমান্য কৰাৰ কোনো অধিকাৰ নাই। তেওঁলোকৰ দৰেই কিছুমানক জন্ম দিয়াই তেওঁলোকৰ কাম। এই শ্ৰেণীৰ মানুহৰ দ্বাৰাই সমাজ পৰিপূৰ্ণ। মান্ধাতাৰ দিনৰপৰা চলি অহা নীতি নিয়মৰ এওঁলোক পক্ষপাতী, সকলো বিষয়তে সংৰক্ষণ নীতিৰ উপাসক, শান্তিপ্ৰিয় আৰু স্বাধীন চিন্তাহীন। দ্বিতীয় শ্ৰেণীৰ মানুহ সংখ্যাত বৰ কম। ভৱিষ্যতত সমাজ কি হোৱা উচিত, তালৈ লক্ষ্য ৰাখি এওঁলোকে বৰ্ত্তমানক ধ্বংস কৰিবলৈ উদগ্ৰীৱ। এওঁলোকে সমাজৰ আইন নিয়ম নেমানে। এওঁলোকে উন্নতিৰ বাটৰ সকলো প্ৰকাৰ হেঙাৰক আঁতৰাই থবলৈ পিছ নপৰে, সেই বুলিয়েই যে এওঁলোকে মন গলেই হত্যা বা চুৰ কৰিব, তাৰ কোনো মানে নাই। লাইকাৰ গাছ, ছ'লন, নেপোলিয়ান, প্ৰভৃতি প্ৰতিভাশালী মানুহ এই শ্ৰেণীভুক্ত, এনে ধৰণৰ মানুহ কৃতকাৰ্য্য হ'ব পাৰিলে জাতিৰ আদৰ্শ মহাপুৰুষৰ ঠাই পায়। এওঁলোক সকলোৱেই দোষী, কাৰণ পুৰণি আইন কানুন ধ্বংস কৰিহে এওঁলোকে নতুন আইন কানুন কৰিব পাৰিছে। এই প্ৰবন্ধটো বিচাৰকৰ হাতত পৰে আৰু বিচাৰকে জেৰা কৰি ৰস্কল নিকফৰ পৰা উলিয়াব খুজিছিল যে তেওঁ তেওঁৰ প্ৰবন্ধত এইটোও দেখুৱাব খোজে যে কিছুমান মানুহৰ সকলো ৰকমৰ পাপ আৰু আনকি, হত্যা কৰিবৰো অধিকাৰ আছে।

ৰস্কলনিকফে বেছ বুজিব পাৰিলে—সে বিচাৰকৰ তেওঁৰ ওপৰত ঘোৰ সন্দেহ। তেওঁ অতিষ্ঠ হৈ বিচাৰকক কলে, 'যদি আপুনি মোক হত্যাকাৰী বুলি ভাবিছে তেন্তে মোক গ্ৰেপ্তাৰ নকৰে কিয়? বিচাৰকে কলে,—"মই সন্দেহৰ বাহিৰে প্ৰমাণৰ ওপৰত এতিয়াও থিয় দিব পৰা নাই। তোমাক এতিয়া গ্ৰেপ্তাৰ কৰা মানে—তোমাক শান্তি দিয়া, আৰু

তোমাৰ বিষয়ে প্ৰমাণ ধ্বংস কৰা ; চগাই খুৰি খুৰি আহি জুইত জাপ দিয়াৰ দৰে তুমি নিজেই তোমাৰ বিপক্ষে প্ৰমাণ সৃষ্টি কৰি অৱশেষত নিজেই ধৰা দিবা। সেইবাবে তোমাক এতিয়া গ্ৰেপ্তাৰ কৰা নাই, ৰস্কলনিকফে সন্দেহৰ বাহিৰে প্ৰমাণ এতিয়াও নাই বুলি জানিব পাৰি কিছুদূৰ আশ্বস্ত হল।

ৰস্কলনিকফৰ ভনীয়েক ডুনীয়া অপৰূপ সুন্দৰী, তাতে আকৌ শিক্ষাৰ পোহৰে তেওঁৰ সৌন্দৰ্য্যক আৰু উজ্জ্বল কৰি তুলিছে। বুঢ়ী মাক আৰু ককায়েকৰ খৰছ পত্ৰ যোগাবলৈ ডুনীয়াই গাওঁত থকা ছিড্ৰিগেলফ নামৰ এজন জমিদাৰৰ লৰা-ছোৱালী পঢ়াই নিজৰ দেহমনৰ উৎকৰ্ষলৈ আওকান কৰি দিন নিয়াব লাগিছে। ডুনীয়াৰ ৰূপ জমিদাৰৰ চকুত পৰিল। ডুনীয়াক পাবলৈ জমিদাৰৰ মন অধীৰ হৈ উঠিল। কিন্তু ডুনীয়া অলৰ-অচৰ। নিৰুপায় অৱস্থাত ডুনীয়াৰ দিন যাবলৈ ধৰিলে। ইফালে জমিদাৰৰ ঘৈণীয়ে সন্দেহ কৰি কামত পৰা তেওঁক খেদি দিলে। কিন্তু অলপ অনুসন্ধান কৰি যেতিয়া তেওঁ ডুনীয়াৰ নিৰ্ম্মল চৰিত্ৰৰ কথা জানিব পাৰিলে, তেতিয়া তেওঁ নিজৰ কু-কামৰ বাবে পাপৰ প্ৰায়শ্চিত্ত কৰাত লাগিল। ডুনীয়াৰ নিৰ্ম্মল চৰিত্ৰৰ কথা সকলোৰে আগত প্ৰকাশ কৰি নিজৰ কামৰ বাবেও অনুতাপ কৰিলে আৰু ডুনীয়াৰ বাবে এজন ধনী দৰাও ঠিক কৰি দিলে। নিজৰ সুখ সম্ভোগলৈ আওকান কৰি মাকৰ দুবেলাৰ দুমুঠিৰ সংস্থান কৰিবলৈ আৰু ককায়েকৰ কলেজৰ খৰচ যোগাবলৈ, ডুনীয়াই এই ধনীৰ পদ প্ৰান্তত নিজৰ জীৱন যৌৱন উৎসৰ্গ কৰিবলৈ মান্তি হল। তেওঁৰ ভাবী দৰাক ককায়েকৰ অনুমতি লবলৈ আগ ধৰি মস্কোলৈ পঠাই ডুনীয়া মাকৰ সৈতে মস্কোলৈ আহিল ; যি সময়ত তেওঁলোক মস্কোলৈ আহে সেই সময়ত ৰস্কলনিকফ ঘোৰ বিকাৰ গ্ৰস্ত, তেওঁৰ কাৰ্য্য কলাপ দেখি সকলোৰে সন্দেহ তেওঁৰ ওপৰত পৰিছে। তেওঁলোকে সামান্য এটা ঘোটালি ভাৰা লৈ মস্কো নগৰতে আছে। ডুনীয়াৰ দৰাক ৰস্কলনিকফে পছন্দ নকৰিলে ; ডুনীয়াৰ লগত তেওঁৰ বিয়া ভাগিল। ইফালে জমিদাৰ ছিড্ৰিগেলফৰ ঘৈণীয়েক

অকস্মাতে ঢুকাল। বিয়া কৰাবলৈ এতিয়া কোনো বাধা নথকাত জমিদাৰে ছুনীয়াক বিচাৰি মস্কো ওলালহি আৰু তেওঁৰ অভিপ্ৰায় ছুনীয়াক জনালে। কিন্তু ছুনীয়াই তেওঁক বিয়া কৰাবলৈ অমান্তি হ'ল। ৰস্কলনিকফে মাক আৰু ভনীয়েকৰ মাজে সময়ে খবৰ লৈ তেওঁলোকৰ সকলো সুবিধা কৰি দিবলৈ বন্ধু ৰজোমখিনৰ ওপৰত ভাৰ দিলে। ৰস্কলনিকফৰ অৱস্থা দেখি মাক আৰু ভনীয়েকৰ চিন্তাৰ সীমা নোপোৱা হ'ল।

এদিন ৰস্কলনিকফ চিৰপতিতা অভাগিনী ছনায়াৰ ঘৰত উপস্থিত হ'লগৈ। সামান্য এটা খোটালি ভাৰা কৰি ছনায়াই দুঃখময় জীৱন নিয়াব লাগিছে; মাহীমাক, ভায়েক ভনীয়েকৰ পোহপাল দিছে ছনায়াই। ছনায়াৰ বাহিৰে মোৰ বুলিবলৈ এই সংসাৰত সিহঁতৰ আৰু কোনো নাই। ভৰিৰ শব্দ তনি কোমল মাতেৰে ছনায়াই সুধিলে "কোন আহিছে ?" ৰস্কলনিককে উত্তৰ দিলে, "মইহে, মইহে, তোমাৰ খবৰ লবলৈ আহিছো ছনায়া।" তেওঁৰ এই আকস্মিক আগমনত ছনায়া বিচুৰ্ত্তি হ'ল। মনত অলপ ভয়ো হ'ল। ছনায়াৰ সেতা গাল খন্তেকৰ নিমিত্তে ৰঙচুৱা হৈ পৰিল আৰু চকুৰ পানী বৰলৈ ধৰিলে। এটা কৃতজ্ঞতাৰ ভাবে ছনায়াৰ হৃদয় অভিভূত কৰিলে। খোটালিটোৰ অৱস্থাই ৰস্কলনিকফক ছনায়াৰ দুৰৱস্থাৰ জাননী দিলে। ৰস্কলনিকফে কপাঁ সুৰেৰে মাত লগালে, "ছনায়া শেষ বাৰৰ নিমিত্তে মই তোমাৰ ইয়ালৈ আহিছোঁ, সম্ভৱত মই তোমাক আৰু নেদিখিম।" কথাষাৰ কওঁতে তেওঁ পাহৰি গৈছিল যে—তেওঁ এইবাৰেই প্ৰথম ইয়ালৈ আহিছে।

'কি আপুনি ক'ৰবালৈ যাব খুজিছেনেকি ?' ছনায়াই সুধিলে। 'মই কব নোৱাৰো সম্ভৱতঃ কালিলৈ। মই তোমাক এটা কথা কবলৈ আহিছো। তোমাৰ বিষয়ে সকলো কথা তোমাৰ পিতাৰৰ পৰা মই শুনিছিলো, তোমাৰ কিয় যে এনেভাৱে জীৱন কটাব লগীয়া হৈছে তাক মই বুজিছে। বাক তুমি সদায় পইছা উপাৰ্জ্জন কৰিব পাৰানে ?" ছনায়াৰ মুখ লাজতে ৰঙা হৈ পাৰিল আৰু তেওঁৰ মুখৰ পৰা আধাকুটা

শব্দ ওলাল—'নোৱাৰো' তোমাৰ ভনীয়েৰাৰ অৱস্থাও সেই দৰে হব নহয়নে? 'অসম্ভৱ কেতিয়াও নহয়' ছনায়াই উত্তৰ দিলে; ঈশ্বৰে কেতিয়াও এনেকাম হবলৈ নিদিয়ে—।'

"ঈশ্বৰ নাথা।কবও পাৰে ছনায়া" কথাষাৰ শুনি ছনায়াই খঙেৰে ৰস্কলনিফকৰ ফালে চালে আৰু কিবা কব খুজিও কব নোৱাৰি হাতেৰে মুখ ঢাকি হুকহুক কৰে কান্দিবলে ধৰিলে। ছনায়াৰ ফালে ৰস্কলনিকফে আগ বাঢ়ি গল আৰু হঠাৎ ছনায়াৰ ভৰিত দীঘল দি পৰিল। পতিতা, সমাজৰ পৰা লেই লেই চেই চেইৰ বাহিৰে আন একো নোপোৱা ছনায়াৰ বিস্ময়ৰ পৰিসীমা নোহোৱা হল। উচপ খাই ছনায়াই পাচলৈ আতৰি গল আৰু কাতৰ কণ্ঠে কলে, "আপুনি কৰিছে কি, মোৰ নিচিনা অধঃপতিতা এজনীৰ ভৰিতনো আপুনি বাক পৰিব পায়নে!

তেওঁৰ অবস্থা, বুজি ৰস্কলনিকফে মাত লগালে,—

"ছনায়া, তোমাক মই প্ৰণাম কৰা নাই। তোমাৰ ভাৰত দৰিদ্ৰ নাৰায়ণে নিৰলে চকুলো টুকিব লাগিছে। তোমাক প্ৰণাম কৰা মানে দৈন্যদুঃখ প্ৰপীড়িত দৰিদ্ৰ নাৰায়ণকেহে প্ৰণাম কৰা। তুমি সমাজৰ আগত অধঃপতিতা সমাজৰ চুৱা পাতনিত তোমাৰ ঠাই, কিন্তু তোমাৰ মন নিৰ্ম্মল, পৱিত্ৰ, তোমাক মই সমাজত আনৰ লগত সমান অধিকাৰ দিওঁ। তুমি আৰু মই একেটা পথৰ যাত্ৰী। আমাৰ দুইবো ওপৰত শাওপাত পৰিছে, আৰু আমি একে পথৰেই পথিক হওঁ, তোমাক আজি এই কথা কবলৈ মই আহিছো।"

ৰস্কলনিকভৰ কথা শুনি ছনায়াই তেওঁক পগলা বুলি ভাবিলে আৰু সুধিলে—'কলৈ যাব লাগিব ?'

'মই কব নোৱাৰো, মই কেৱল জানো যে তোমাৰ আৰু মোৰ লক্ষ্য আৰু বাট একে।'

'মই একো বুজা নাই', উত্তৰ দিলে ছনায়াই।

'বুজিবা, ছনায়া তুমিও মোৰ দৰেই একে কামকে কৰিলা, তুমি

তোমাক নিজক হত্যা কৰিছা। সেই কাৰণে আমি দুয়ো একেলগে যাব লাগিব। কালিলৈ তুমি আস্পাতললৈ যাব লগীয়া হলে তোমাৰ ভনীয়েৰাৰ অৱস্থা কি হব ?

'তেন্তে উপায় ?' হতাশ ভাৱে সুধিলে ছনায়াই।

'মবো জীও সোঁ আধি কৰি আগবাঢ়িব লাগিব, মুক্তি আৰু ক্ষমতা অৰ্জ্জন কৰিব লাগিব, যি ক্ষমতাৰে মানুহক শাসন কৰিব পাৰি সেই ক্ষমতা অৰ্জ্জন কৰিব লাগিব, এইয়েই হৈছে, লক্ষ্য। সম্ভৱত তোমাৰ আগত শেষবাৰ মই—কথা কৈছোঁ। কালিলৈ মই নাহিলে তুমি সকলো কথা বুজি পাবা, যদি মই কালিলৈ তোমাৰ গুৰিলৈ আহোঁ তেন্তে নগৰত উথল মাথল লগা হত্যা কাণ্ডটো কোনে কৰিলে মই তোমাক কম, আজিলৈ বিদায়, ছনায়া' এই বুলি কৈ ৰস্কলনিকফ তাৰ পৰা গুছি গল।

সেই খোটালিটোৰ গাতে লগা সিফালৰ খোটালিটো ভাৰা লৈ বাস কৰিছিল ছিভ্ৰিগেলফে। বেৰৰ জোলোঙাদি কাণ পাতি তেওঁ সকলো কথা শুনি ললে।

ৰস্কলনিকফে দ্বিতীয়বাৰ ছনায়াৰ ঘৰলৈ গল। ছনায়াৰ আগত তেওঁৰ দোষ স্বীকাৰ কৰিলে। কথা শুনি ছনায়াৰ বিস্ময়ৰ সীমা নোহোৱা হল। এটা সহানুভূতিৰ সুৰ তেওঁৰ হৃদয়ত বাজি উঠিল। হত্যাকাৰী বুলি জানিও ছনায়াই তেওঁলৈ ঘৃণাৰ ভাৱ নেদেখুৱাত তেওঁৰ মনে এই তৃপ্তি অনুভৱ কৰিবলৈ ধৰিলে। তেওঁৰ নিচিনা হতভাগ্য এজনক পুতৌ কৰা এটা প্ৰাণী পাই তেওঁৰ মনলৈ বল আহিল। ছনায়াই তেওঁক আত্ম-সমৰ্পণ কৰিবলৈ উপদেশ দিলে কিন্তু আত্ম-সমৰ্পণ মানে ছাইবেৰীয়াৰ অনন্ত নিৰ্য্যাতন ভোগ। এই ভয়ে তেওঁক এই কৰাত বাধা দিলে। ৰস্কলনিকফে ঘটনাৰ ৰেহৰূপ চোৱাকে স্থিৰ কৰিলে। এই বাৰো ছিভ্ৰিগেলফে সকলো কথা কাণ পাতি শুনি ললে।

কেইদিনমানৰ পাছত বিচাৰকে ৰস্কলনিকফৰ ঘৰলৈ আহি কথাই কথাই হত্যা সম্বন্ধে কলে—চোৰ ডকাইত শ্ৰেণীৰ মানুহৰ দ্বাৰা এই হত্যাকাণ্ডটো হোৱা নাই। হত্যাকাৰীয়ে হত্যা কৰিবহে জানে, চুৰ

কৰিব নাজানে, কাৰণ সি চুৰ কৰা বস্তুবোৰ দলিয়াই পেলাই দিছে, কিন্তু সি মানসিক বিকাৰগ্ৰস্ত হৈ তেজ বিচাৰি খুন কৰা ঠাইলৈকো গৈছিল। মুঠৰ ওপৰত সি এজন আদৰ্শবাদী আৰু সেইজন হত্যাকাৰী ৰস্কলনিকফ, তোমাৰ বাহিৰে আন কোনো নহয়। মই এতিয়া প্ৰমাণৰ ওপৰত থিয় দি তোমাক অভিযুক্ত কৰিছো, তোমাক তোমাৰ দোষ স্বীকাৰ কৰিবলৈ দুদিন সময় দিছো, দোষ স্বীকাৰ কৰিলে শাস্তি লঘু হব। তুমি আত্মহত্যা কৰিবা বুলি মোৰ বিশ্বাস নহয়, যদি তুমি এই দুৰ্ব্বলতাক প্ৰশ্ৰয় দিয়া তেন্তে অনুগ্ৰহ কৰি এখন কাগজত লিখি থৈ যাবা তুমি বস্তুবিলাক ক'ত পুতি থৈছা।

৩

দুনিয়াৰ ৰূপে ছিভ্ৰিগেলফৰ মনত তোলপাৰ লগাব লাগিছে। তেওঁৰ ৰাতিৰ সপোন, দিনৰ ধ্যান হৈছে কেনেকৈ দুনিয়াক পাব পাৰি। ইফালে দুনিয়া অলৰ অচৰ। আশাত বন্দী হৈ ছিভ্ৰিগেলফে আলেঙে আলেঙে আলেখ লেখ চাই আছে, এনেতে তেওঁৰ কপাল মুকলি হোৱা যেন পালে। তেওঁ ভাড়া লৈ যি খোটালীত বাস কৰিছিল সেই খোটালিৰ গাতে লগা খোটালিটোত বাস কৰিছিল দুনায়া। তেওঁৰ কাণত পৰিল দুনায়া আৰু ৰস্কলনিকফৰ বথা-বতৰা। কাণ পাতি তেওঁ শুনিলে হত্যা সম্বন্ধে তেওঁলোকৰ আলোচনা। নিৰাশাৰ মাজত তেওঁ দেখিলে আশাৰ ৰঙচুৰা পোহৰ। জীৱনৰ অতৃপ্ত হেপাহ পলুৱাবলৈ তেওঁ দেখিলে সোণালী সুযোগ। হত্যাৰ এই সম্ভেদকে আহিলা কৰি তেওঁ ৰচিলে এই মনোৰম চিকাৰ ধৰাৰ ফান্দ।

দুনিয়াই ছিভ্ৰিগেলফৰ পৰা হঠাতে এখন চিঠি পালে। চিঠিত আছিল—"তোমাৰ মৰমৰ ককায়েৰাৰ জীৱন মৰণ নিৰ্ভৰ কৰিছে এই কথাৰ ওপৰত। তেওঁৰ জীৱন মোৰ হাতৰ মুঠিত। তেওঁ এজন হত্যাকাৰী। তেওঁক ৰক্ষা কৰিব পাৰি, এবাৰ মোক দেখা কৰি সকলো কথাৰ আতিগুৰি লৈ এই কাম কৰিবা।"

ছুনিয়াই এই চিঠিখন পাই বিস্ময়ত পৰিল। ছিড্ৰিগেলফৰ চৰিত্ৰ তেওঁ সুন্দৰকৈ জানে। কিন্তু ককায়েকৰ বিপদ, তেওঁ সকলো কথা কাতি কৰি থৈ ছিড্ৰিগেলফৰ লগত দেখা কৰিবলৈ ওলাল। চিঠিত দিয়া নির্দ্দেশমতে, ছুনিয়াই ছিড্ৰিগেলফক বাটত লগ ধৰিলে। ছিড্ৰিগেলফে কলে, "ছুনিয়া বাটত এনে এটা গুৰুত্ব বিষয় সম্বন্ধে কথা বতৰা পাতিব নোৱাৰি, বলা মোৰ খোটালীটোলৈ তোমাক মই কেইখনমান কাগজপত্ৰ দেখুৱাব লাগিব। মোৰ খোটালিলৈ নগলে মই তোমাক একোকে নকওঁ। মনত ৰাখিবা তোমাৰ ককায়েৰাৰ জীৱন মোৰ ওপৰত নির্ভৰ কৰিছে।"

ছুনিয়া দোধোৰ মোধোৰত পৰিল—, সন্দেহৰ চকুৰে তেওঁলৈ চাবলৈ ধৰিলে। "তোমাৰ কোনো ভয় নাই, ছুনিয়া ঘৰৰ দৱাৰ মুখত থকা ছুৱলীটোৱে আমাক দেখিছে। মোৰ উপৰিও ঘৰৰ গিৰিহঁতনী আৰু আন আন ভাৰাটীয়া আছে, এনে অৱস্থাত তোমাৰ কোনো ভয়ৰ কাৰণ মই নেদেখো।" সুস্থিৰ ভাবে মাত লগালে ছিড্ৰিগেলফে।

"তোমাৰ কোনো আত্ম-সম্মান নাই' তথাপি মই তোমাক ভয় নকৰো। বলা তোমাৰ খোটালিলৈ—" ভয়ৰ কোনো ভাৱ নেদেখুৱাই উত্তৰ দিলে ছুনিয়াই।

ছিড্ৰিগেলফে বাট দেখুৱাই ছুনিয়াক লৈ গল। যাওঁতে তেওঁ ছুনিয়াক ছনায়া থকা খোটালিটো দেখুৱালে আৰু খোটালিৰ ক'ৰ পৰা তেওঁ কাণ পাতি কথা শুনিছিল—তাকো দেখুৱালে। ছুনিয়াই সুধিলে,—'লুকাই চুৰকৈ লোকৰ কথা শুনা তোমাৰ অভ্যাস আছে নেকি ?

'কি কৰিবা, এনে অভ্যাস মোৰ অলপ অচৰপ আছে,—' এই বুলি কৈ তেওঁ ছুনিয়াক বহিবলৈ এখন চকি আগবঢ়াই দি ছুনিয়াৰ পৰা অলপ আতৰত আন এখনত বহি বৰ আগ্ৰহেৰে তেওঁৰ কালে চাবলৈ ধৰিলে। ছুনিয়াৰ গা শিৰশিৰাবলৈ ধৰিলে আৰু খোটালিটোৰ চাৰিও কালে সন্দেহৰ চকুৰে চাবলৈ ধৰিলে। তেওঁ যে অকলশৰীয়া,

এই কথাটো তেওঁৰ মনত খেলাবলৈ ধৰিলে । কিন্তু তেওঁৰ কাৰ্য্যৰ ওপৰত তেওঁৰ ককায়েকৰ জীৱন নিৰ্ভৰ কৰিছে । ইয়াৰ আগত তেওঁৰ জীৱন যে অতি তুচ্ছ ।

টেবুলৰ ওপৰত চিঠিখন পেলাই দি ছুনিয়াই কলে, এইখন চিঠি তুমি মোলৈ লিখিছিলা—, তুমি মোৰ ককাইদেউক হত্যাকাৰী বুলি কৈছা ই একেবাৰেই অমূলক । তেওঁক যে মানুহে সন্দেহৰ চকুৰে চাইছে মই তাক জানো -। কিন্তু তেওঁৰ বিপক্ষে কোনো প্ৰমাণ নাই । তুমি মোক কি নতুন কথা কবলৈ মাতিছা কোৱা ।

"ছুনিয়া—, তোমাৰ লগত ধেমালি কৰিবলৈ মই তোমাক মতা নাই । ৰস্কলনিকফ ছুনায়াৰ খোটালিলৈ—ছুবাৰ আহিছিল আৰু ছুনায়াৰ আগত তেওঁ নিজে হত্যাকাৰী বুলি কোৱা মই নিজ কাণে শুনিছো । মই ক'ৰ পৰা শুনিছিলো তাকো তোমাক—দেখুৱাইছো ।"

'তুমি মিছা কথা কৈছা, এনে কথা কেতিয়াও হব নোৱাৰে ।' ঘৃণাৰে সৈতে উত্তৰ দিলে ছুনিয়াই ।

ছুনিয়া ধপকৰে চকিৰ পৰা উঠি যাবলৈ খোজাত ছিড্ৰিগেলকে সুধিলে, 'তুমি কলৈ যাব খুজিছা ।' 'ছুনায়া যে এতিয়া ঘৰত নাই, তেওঁ ঘূৰি আহোতে বহুত পলম হব ।' মিচিকিয়াই হাঁহি উত্তৰ দিলে ছিড্ৰিগেলকে । খঙত কঁপি কঁপি ছুনিয়াই—কলে,—'মিছলীয়া তুমি মানুহক এনেকৈ ফাকি দিয়া, তুমি কোৱা নাছিলানে যে ছুনায়া ঘৰত আছে ?"

ছুনিয়া তোমাৰ হৈছে কি ? তুমি কঁপিছা কিয় ? অলপ সুস্থিৰ হোৱাচোন । তোমাৰ ওপৰতেই তোমাৰ ককায়েৰাৰ জীৱন নিৰ্ভৰ কৰিছে ৰস্কলনিকফৰ বন্ধু নোহোৱা নহয় । মই তেওঁক ৰক্ষা কৰিম । ভাল ভাল সুকাৰ্য্যই তেওঁৰ এই দুষ্কৃতিৰ আঁচ মচি নিব । মাত্ৰ ছুনিয়া তুমি মোৰ হোৱা । মোক কৰুণা দেখুৱা । মোৰ টকাৰ অভাৱ নাই ।

আমি আটাইকেইজন আমেৰিকালৈ পলাই যাম । ৰস্কলনিকফক

ধৰে কোনে ? সুন্দৰী, তোমাৰ এই কাপোৰৰ খৰখৰনিয়ে মোক বলীয়া কৰি তুলিছে। মাত্ৰ তুমি মোৰ হবা বুলি একেবাৰ মাত দিয়া মই তোমাৰ নিকিনা গোলাম হম। এনেকৈ চাইছা কিয় ছুনিয়া ?

ছুনিয়াই বাহিৰলৈ ওলাই যাবলৈ দুৱাৰখন হেছিবলৈ ধৰিলে, কিন্তু দুৱাৰ বন্ধ। তেওঁ দুৱাৰ মেলিব নোৱাৰিলে।

'দুৱাৰখন মেলি দিয়া, মই আৰু ইয়াত থাকিব নোৱাৰো।' 'কোন আছা ইয়াত' বুলি বৰকৈ চিঞৰিবলৈ ধৰিলে ছুনিয়াই।

ছিড্ৰিগেলফ চকিৰ পৰা উঠিল আৰু বিদ্ৰুপৰ হাঁহি মাৰি কলে— "ইয়াত কোনো নাই, ঘৰৰ গিৰিহতঁনীও নাই। এই পাচোঁটা খোটালিত জনপ্ৰাণী এটাও নাই ; তুমি চিঞৰি মিছাই নিজক কষ্ট দিছা কিয় ?

'চাবীটো কত থৈছা, মেলা দুৱাৰখন। বেগেতে দুৱাৰখন মেলি দিয়া।' 'মই চাবি হেকৰাইছো। মোৰ হাতত চাবি নাই।' 'তুমি মোক ফান্দত পেলালা।' উত্তেজনাৰ সুৰেৰে মাত লগালে ছুনিয়াই।

ছুনিয়াই খোটালিটোৰ এটা চুকলৈ গৈ আগত এখন চকি থৈ ছিড্ৰিগেলফক চকুৱে চকুৱে চাই আত্ম-ৰক্ষাৰ বাবে সাজু হল। ছিড্ৰিগেলফো থিয় দি বিদ্ৰুপৰ হাহি মাৰি কলে—'ছুনিয়া তুমি মোৰ ফান্দত পৰিলা। ইয়াত এটাও জন প্ৰাণীও নাই, তোমাতকৈ মই দুগুন বলী, মোৰ বিপক্ষে অভিযোগ কৰিবলৈও তোমাৰ শক্তি নাই, কাৰণ তেতিয়া হলে তোমাৰ ককায়েৰাৰ প্ৰাণদণ্ড অনিবাৰ্য্য। তুমি মোৰ বিপক্ষে বলাৎকাৰৰ অভিযোগো প্ৰমাণ কৰিব নোৱাৰিবা, তুমি স্বইচ্ছাই মোৰ লগত ইয়ালৈ আহিছা। বলাৎকাৰৰ অভিযোগ প্ৰমাণ কৰা বৰ টান।'

ছুনিয়াই বৰ খঙেৰে কলে—'পাপিষ্ঠ।'

'বুজিছা ছুনিয়া মই স্বীকাৰ কৰো মই পাপিষ্ঠ। কিন্তু অৱস্থা বুজি কাম কৰি বুদ্ধিৰ পৰিচয় দিয়াটোহে জ্ঞানীৰ কাম। তাৰি চোৱা তোমাৰ ককায়েৰাৰ জীৱন তোমাৰ হাতত মুঠিত। তোমাৰ মাত্ৰ

এটা কথা লাগে। তাৰ বাবে মই ইয়াত বৈ আছো। তুমি মাত্র মোৰ হোৱা, মই চিৰকাল তোমাৰ গোলাম হৈ থাকিম।'

ছিড্রিগেলকে ছুনিয়াৰ পৰা আঠ হাত আঁতৰত এখন চকী পাৰি বহি ছুনিয়াৰ ফালে একেথৰে চাই ৰল।

হঠাৎ ছুনিয়াই কাপোৰৰ ভিতৰৰ পৰা এটা পিস্তল উলিয়াই বিদ্রূপৰ ভাৱে তেওঁলৈ চালে।

পিস্তল দেখি ছিড্রিগেলফ আচৰিত হল। আৰু জাপ মাৰি উঠি কলে,—'কি! তুমি মোৰ প্রস্তাৱৰ উত্তৰ ইয়াৰেই দিব খুজিছানেকি? উত্তম কথা। তুমি এই পিস্তলটো ক'ত পালা কবানে? এইটো দেখোন মোৰেই পিস্তল। ভালেটোহে মই পিস্তল বিচাৰি পোৱা নাছিলো। মই তোমাক পিস্তল মাৰিবলৈ শিকোৱা দেখিছো অথলে নেযাব।'

'পিস্তলটো কেতিয়াও তোমাৰ নহয়, এইটো তোমাৰ ঘৈনীয়েৰাৰহে, পাপিষ্ঠ, তই তোৰ ঘৈনীয়েৰক হত্যা কৰিছ। হত্যাকাৰী তই নিজেই। ইপিনে আনক কৈছ হত্যাকাৰী বুলি। তোৰ ঘৰত থাকোতে যেতিয়াই মই তোৰ দুৰভিসন্ধিৰ বিষয় জানিব পাৰিছিলো তেতিয়াই মই ইয়াক হস্তগত কৰো। এখোজ মাত্র তই আগবাঢ়ি আহ, মই শপথ খাই কৈছো, তোক মই হত্যা কৰিম।' খণ্ডত জকি তেওঁৰ কথা কাৰ্য্যত পৰিণত কৰিবলৈ ছুনিয়া দৃঢ় সঙ্কল্প হল।

'উত্তম কথা, কিন্তু তোমাৰ ককায়েৰাৰ কি হব?'

'ইচ্ছা হয় যদি, এতিয়াই পুলিছত খবৰ দেগৈ। কিন্তু লৰচৰ নকৰিবি, যদি কৰ তেন্তে মই গুলি কৰিম। নিশ্চয়কৈ জানিবি,'

'মই মোৰ ঘৈনীক হত্যা কৰিছো বুলি তুমি কেনেকৈ জানিলা?'

"তোমাৰ কথাৰ পৰাই—জানিছো।'

'বেছ কথা, যদি মই মোৰ ঘৈনীক হত্যা কৰিছো। তেন্তে তোমাৰ বাবে মই এনেকুৱা কাম কৰিছো। তোমাৰ ৰূপেই হল কাল।'

'তই মিছা কথা কৈছ, মই চিৰকাল তোক ঘিন কৰি আহিছো।'

'মই মিছা কথা কৈছো। তুমি গুলী কৰিবা বুলি মই সুন্দৰকৈ জানো। সুন্দৰী, গুলী কৰা, মই তাৰ বাবে বৈ আছো।'

ডুনীয়াই পিস্তলটো ছিড্ৰিগেলফলৈ টোৱাই লক্ষ্য স্থিৰ কৰি ৰল। তেওঁৰ ৰঙা ওঠ দুটা অলপ অলপ কৈ কঁপিছে, চকু দুটা জুইৰ আঙনীৰ দৰে তিৰবিৰাব লাগিছে—। নতুন এক সুন্দৰী মূৰ্ত্তিত তেওঁ থিয় দিলে ছিড্ৰিগেলফৰ আগত। ছিড্ৰিগেলফ—এখোজ আগবাঢ়ি গল। 'গুৰুম' কৰে পিস্তলৰ শব্দ হল। গুলিটো তেওঁৰ কপালত চোচোৰা খাই গৈ বেৰত লাগিল। ডুনিয়া থিয় দি ৰল।

'মাত্ৰ এটা বৰলৰ কামোৰ,' লাহেকৈ হাঁহি মাত দিলে ছিড্ৰিগেলফে। 'এই তেজ' জেপৰ পৰা উৰমাল উলিয়াই তেওঁৰ কপালত বিৰিঙা তেজ মছি পেলালে। ডুনিয়াই পিস্তলটো হাতত লৈ সঙ্কোচেৰে তেওঁৰ ফালে চালে।

'কি ডুনিয়া কি চাইছা? তোমাৰ লক্ষ্য ভ্ৰষ্ট হল। আকৌ গুলী কৰা—মই বৈ আছো। পলম নকৰিবা, পলম কৰিলে তুমি আত্মৰক্ষা কৰাৰ আগেতে মই তোমাক ধৰিবলৈ সময় পাম।'

ডুনিয়াই আকো'—পিস্তলটো খাজিলে আৰু হতাশ ভাৱে কলে— "মোক যাবলৈ দিয়া, নহলে মই শপত খাই কৈছো। তোমাক মই গুলী কৰিম—।'

তোমাৰ পৰা মই মাত্ৰ চাৰি খোজ আতৰত আছো। তোমাৰ লক্ষ্য ভ্ৰষ্ট নোহোৱাৰেই কথা। কিন্তু যদি লক্ষ্য ভ্ৰষ্ট হয়, তেন্তে— "ছিড্ৰিগেলফৰ চকুৱেহে বাকীখিনি কথা প্ৰকাশ কৰিলে। ডুনিয়াই আকৌ গুলী কৰিলে, কিন্তু এইবাৰো তেওঁক লক্ষ্য ভ্ৰষ্ট হ'ল।" তুমি ভালকৈ পিস্তলটো খাজি লব পৰা নাই ডুনিয়া। আশাকৰো এইবাৰ তুমি কৃতকাৰ্য্য হবা। তোমাৰ আৰু এটা টুপী আছে, সেই কাৰণেই— মই এইবাৰ বলো।'

ডুনিয়াৰ পৰা মাত্ৰ দোখোজ আঁতৰত থিয়দি ছিড্ৰিগেলফ ৰল। তেওঁৰ চকুৰ দৃষ্টিয়ে তেওঁৰ সঙ্কল্পৰ কথা প্ৰকাশ কৰিবলৈ ধৰিলে।

ছুনিয়াই বুজিলে যে ছিড্রিগেলফে নিজৰ সহজ এবাতকৈ মৃত্যুকে বৰণ কৰিব। তেওঁ ভাবিলে মাত্র ছুখোজ আতৰত থকাত—এইবাৰ তেওঁ নিশ্চয় তেওঁক হত্যা কৰিব পাৰিব। হঠাৎ তেওঁ পিস্তলটো দলিমাৰি দি শুদা হাতে থিয়দি ৰল।

আচৰিত হৈ ছিড্রিগেলফে কলে, "কি তুমি গুলী কৰিবলৈ অস্বীকাৰ কৰিলা।' লাহেকৈ তেওঁ আগবাঢ়ি গৈ ছুনিয়াৰ ককালত হাত দিলে। ছুনিয়াই কোনো বাধা নিদিলে কিন্তু কঁপি কঁপি করুণভাৱে তেওঁলৈ চালে। ছিড্রিগেলফ নিরুত্তৰ।

মিনতিৰ সুৰে ছুনিয়াই কলে, মোক যাবলৈ দিয়া।' মিনতিৰ সুৰৰ এই অপূৰ্ব্ব অহ্বানত ছিড্রিগেলফ কপিবলৈ ধৰিলে আৰু সেহাই কলে,—"তেন্তে তুমি মোক ভাল নোপোৱা। 'ছুনিয়াই মূৰ ছুপিয়াই অসম্মতি জনালে। 'তুমি মোক ভাল পাব নোৱাৰান ?" হতাশৰ সুৰত মিনতি জনালে ছিড্রিগেইলফে। স্পষ্ট ভাৱত উত্তৰ দিলে ছুনিয়াই— "কেতিয়াও নোৱাৰো।' কেই মিনিটমানৰ নিমিত্তে ছিড্রিগেলফৰ মনোৰাজ্যত ভাৱৰ তুমুল যুদ্ধ চলিবলৈ ধৰিলে। করুণনেত্রেৰ লাগি কিছুপৰ ছোৱালীজনীলৈ চাই থাকি হঠাৎ তেওঁ ছুনিয়াৰ ককালৰ পৰা হাতটো একৰাই আনি খিৰিকীৰ- ওচৰত থিয় দিলে। খিৰিকিয়েদি তেওঁ বাটলৈ চাই পঠালে। বাটত আনন্দত কোৰ্হাল কৰি যোৱা মানুহৰ উজান উঠিছে। তেওঁ জেপৰ পৰা চাবিটো উলিয়াই দলি মাৰি টেবুলৰ ওপৰত পেলাই দি কলে ছুনিয়া লোৱা এইটো চাবি। পলোৱা—পলোৱা একমিনিটো পলম নকৰিবা।" তেওঁৰ মাতৰ সঙ্কেত ছুনিয়াৰ বুজিবলৈ বাকী নাথাকিল। ছুনিয়াই দুৱাৰখন চাবিৰে খুলি ছুমুছুমুকৈ তললৈ লৰ মৰিলে।

তিনিমিনিট মান সময় ছিড্রিগেলফে খিৰিকীৰ ওচৰত থিয়দি ৰল, তাৰ পাছত কপালত হাতদি চালে। হাতত তেজ লগাদেখি খন্তেক তেওঁ কটমটাই উঠিল। এভোখৰ কটকানি তিয়াই কপালৰ তেজ মচি পেলালে। এটা হতাশভাৱে তেওঁক বিকল কৰি তুলিলে। ছুনিয়াই

দলিমাৰি থোৱা পিস্তলটো তেওঁ বুটলি আনি পৰীক্ষা কৰি চালে। তেতিয়াও পিস্তলত দুটা গুলী আৰু এটা ক্যেপ আছিল। অলপ পৰ লিৰিকি বিদাৰি পিস্তলটো চাই কিবা ভাবি জেপত পিস্তলটো ভৰাই লৈ তাৰ পৰা ওলাই বাটেদি যাবলৈ ধৰিলে। তেওঁৰ জীৱনৰ সকলো ভাৱনাৰ সমাধি হল।

পাছদিনা ৰাতি পুৱাও নৌপুৱাতেই পিস্তলৰ এটা শব্দ শুনি সেই অঞ্চলৰ মানুহৰ টোপনি ভাগিল। পিস্তলৰ গুলীৱে এই দুখময় সংসাৰৰ পৰা ছিড়িগৈলফে চিৰ বিদায় ললে।

বস্কলনিকফে আত্ম-সমৰ্পন কৰাকে ঠিক কৰিলে। মাক ভনীয়েকৰ লগত শেষদেখা কৰিলে। ভনীয়েক দুনিয়াক কলে—মই আত্মসমৰ্পন কৰাকে স্থিৰ কৰিছো ; কিয় আত্মসমৰ্পণ কৰিবলৈ ওলাইছো। কবনোৱাৰো, সকলোৱেই মোৰ দোষৰ কথা কয়, তুমিও কৈছা। কিন্তু মই কি দোষ কৰিছো কব নোৱাৰো, দুখীয়াৰ তেজ শুহি জীৱন ধাৰণ কৰা, সকলোৰে ঘৃণাৰ পাত্ৰ, সুদখোৰ, নিকৃষ্ট, জঘন্য জীৱন এটাক হত্যা কৰা, কি দোষৰ কথা ? মোৰ এই বিষয়ে অকনো খুকুৰি নাই ; প্ৰায়শ্চিত্ত! বাঃ! কিহৰ প্ৰায়শ্চিত্ত! সকলোৱে মোৰ আগত "দোষ' বোলা শব্দটো প্ৰয়োগ কৰে কিয় ? মই আত্মসমৰ্পন কৰিবলৈ ওলাইছো সচা, কিন্তু কেৱল দুৰ্ব্বলতাৰ নিমিত্তেহে, হব পাৰে বিচাৰকে কোৱামতে মোৰ নিজ স্বাৰ্থ পূৰণৰ নিমিত্তে।

দুনিয়াই কথা শুনি হতবুদ্ধি হৈ সুধিলে, তুমি নৰহত্যা কৰাৰ বাবে দোষী হয়নে নহয় ?

"বাক মই দোষী, আনেও এনে কাম নকৰেনে ? তেজৰ চৌ খেলাই ৰাজ সিংহাসনত উঠাৰ লগে লগে জাতি ৰক্ষাকাৰী আদৰ্শ পুৰুষে হৈ নপৰেনে ? সকলো কথা ভাবি চাই মোৰ বিচাৰ কৰিবা, কুঠাৰেৰে হত্যা কৰাটোকে অৱবোধ কৰা, এখন নগৰ কামানৰ গুলীৰে উৰাই দিয়া কিমানলুব ৰেছি গৌৰৱজনক মই ভাবিব নোৱাৰো। মঞো মানৱজাতিৰ উন্নতি কামনা কৰো। হাজাৰ হাজাৰ

সুকাৰ্য্যই এই বলিয়ালি বা ভুল মচি দিলেহেঁতেন, কাৰণ মোৰ মূল উদ্দেশ্য মানুহৰ ভবাৰদৰে দৰে নাছিল। কাৰ্য্য কুশলতাৰ অভাৱত অতি মহৎ কামো অকৃতকাৰ্য্য হয়। সেইদৰে ময়ো সফলকাম হব নোৱাৰিলো স্বাধীনভাবে জীৱনৰ বাট সুগম কৰিবলৈ—ওলাইছিলো, কাৰণ তেতিয়া হলে মোৰ উন্নতি স্থিৰ নিশ্চিত আছিল, কিন্তু কৃতকাৰ্য্য হব নোৱাৰিলোঁ। মই আজি অধম, পতিত, মোৰ ঠাই আজি কুকুৰ শিয়ালৰ লগত, কিন্তু কৃতকাৰ্য্য হব পৰা হলে মই বিজয়মালাৰে বিভূষিত হলোহেঁতেন। তুনিয়া আৰু সময় নাই, যদি তুমি মোক দোষী বুলি ভাবা তেনে ক্ষমা কৰিবা।

ধীৰ স্থিৰ ভাৱে ৰস্কলনিকফে পুলিচ ষ্টেছনৰ কালে খোজ ললে আৰু দোষ স্বীকাৰ কৰি আত্ম সমৰ্পণ কৰিলে। বিচাৰত তেওঁৰ আঠ বছৰলৈ সুদূৰ চাইবেৰীয়ালৈ নিৰ্ব্বাসন দণ্ড হল।

বাহী ২৫শ বছৰ ১ম আৰু ১০ম সংখ্যা।<br>১৮৫৭ শক।

# মুছোলিনিৰ ওপৰত দান্তেৰ প্ৰভাৱ

স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱা

১৯২৪ সন। তেতিয়া নবীন ইটালীৰ নতুন সাধনাৰ চৰম পৰীক্ষাৰ দিন আহিছিল। মুছোলিনিয়ে তেতিয়াও নিজক ইটালীৰ মন্ত্ৰীপদত সুপ্ৰতিষ্ঠিত কৰিব পৰা নাছিল। তেওঁক মন্ত্ৰী ভাবিবলৈ আৰু তেওঁৰ মুষ্টিমেয় 'ফেছিষ্ট' দলটোক পুলিয়ে-পোখাই উভালি পেলাবলৈ চাৰিওফালে ষড়যন্ত্ৰ চলিছিল। এনে অৱস্থাত এদিন অকস্মাতে মৰমৰ তেওঁৰ দলৰ তৰুণ কৰ্ম্মী সাংবাদিক পাওলো ওৰানোক মাতি পঠালে। ডেকা সাংবাদিকে মুছোলিনিয়ে কিবা বিপদত পৰি মাতিছে বুলি উধাতুখাই মুছোলিনিৰ গুৰি পালে গৈ। মুছোলিনিয়ে মন্ত্ৰী সভালৈ যাবলৈ ওলাই আছে, তাত তেওঁৰ ওপৰত বিপক্ষ দলে গৰিহনাৰ প্ৰস্তাৱ আনিব, তেওঁৰ অৱস্থা কি হয় কব নোৱাৰি। কিন্তু তেওঁৰ মুখত হাঁহি, উদ্বেগ বা চিন্তাৰ কোনো চিন চাবেই নাই। মুছোলিনিয়ে সুধিলে, "বাৰু কোৱাচোন দান্তেই তেখেতৰ কাব্য 'ডিভাইন কমেডিত' ইটালীয়ান বিলাকৰ সম্বন্ধে ক'ৰবাত তুই এটা প্ৰশংসাৰ কথা কৈছেনে?' প্ৰায় ৯ টাৰ সময়ত 'কিজি' প্ৰাসাদৰ মন্ত্ৰীৰ কক্ষত বহি ফেছিষ্ট আন্দোলনৰ নেতা ইটালীৰ শাসন-তন্ত্ৰৰ ভাগ্য বিধাতাৰ ঘোৰ ৰাজনৈতিক ধুমুহাৰ মাজত এজন সংবাদ-পত্ৰ-সেৱীৰ লগত ইটালীৰ শ্ৰেষ্ঠতম্ কবিৰ সম্বন্ধে আলোচনা! মুছোলিনিয়ে কলে—'দান্তেই ইটালীয়ান বিলাকৰ বিষয়ে ভাল কথা কোৱা নাই, বৰং বেয়া কথাহে কৈছে। দান্তে তেখেতৰ পিতৃ-ভূমিৰ দ্বাৰা লাঞ্ছিত হৈছিল। আন একো কৰিব নোৱাৰি তেখেতে পিতৃ-ভূমিৰ অপযশ ৰটনা কৰি গৈছে। কিন্তু ইটালীৰ অধিবাসী বিলাকৰ নিন্দা কৰিলেও পিতৃ-ভূমিৰ সুন্দৰ মোহলগা মৃন্ময়-মূৰ্ত্তিৰ কথা কল্পনা কৰি তেখেতৰ মন অতি সুন্দৰ, অতি আবেগময় সঙ্গীতত ভৰপূৰ

হৈ উঠিছিল। কোৱাচোন আমি ইটালীৰ কি বস্তুটোক আটাইতকৈ ভাল পাওঁ? ইটালীৰ মাটি নহয় নে? সেই কাৰণে ইটালীৰ প্ৰতি ধূলিকনা আমাৰ ওচৰত পবিত্ৰ, আমাৰ উৎসাহৰ বস্তু, আনন্দৰ ধন, দুঃখৰ কাৰণ। ইয়াৰ নিমিত্তে আমি জীৱন উৎসৰ্গা কৰো। মাটিকেই আমি ভাল পাওঁ। অৱশ্যে আমাৰ পূৰ্ব্বপুৰুষসকলৰ হাড়ৰ কামে, ভৰিৰ পৰশে এই মাটিক আমাৰ প্ৰিয় আলাসৰ লাক কৰি তুলিছে, এই মাটি ৰক্ষা কৰিবলৈ আমি প্ৰাণ বিসৰ্জ্জন দিওঁ—মই ইয়াকেই সকলো সময়তে অনুভৱ কৰোঁ। মানুহ চামে চামে, আহিব লাগিছে যাব লাগিছে, যুগৰ পাছত যুগ আহিব লাগিছে যাব লাগিছে। কিন্তু এই মাটিৰ, এই পুৰণি মাটিৰ পৰিবৰ্ত্তন নাই। যিমানেই দিন যায়, যিমানেই দিন পুৰণি হয়, এই মাটি আমাৰ আৰু প্ৰিয় আৰু বেথাৰ বস্তু হৈ পৰে। মানুহৰ ঠাই মানুহে দখল কৰে, কিন্তু যি মাটি সেই মাটিয়েই থাকে। আমি ইটালীক ভালপোৱাৰ দৰেই দান্তেইও ইটালীক ভাল পাইছিল।" পিতৃ-ভূমিৰ প্ৰত্যেক নৰ-নাৰীৰ মন দান্তেৰ অনুৰূপকৈ গঢ়িবলৈ চেষ্টা কৰা মুছোলিনিৰ বাহিৰে আন কোনও ইটালীৰ এই শ্ৰেষ্ঠ কবিৰ সম্বন্ধে এনে অভিমত প্ৰকাশ কৰিব নোৱাৰে। দান্তেৰ কথা কওঁতে কওঁতে তেখেতে তেখেতৰ জীৱন ব্ৰতৰ কথা সম্বন্ধে উগ্ৰভাবে সচেতন হৈ উঠিল, তাৰ উদ্‌যাপনৰ কল্পনাই তেখেতক মতলীয়া কৰি তুলিলে। তেখেতে কবলৈ ধৰিলে "জানানে মই কিছুদিনৰ পৰা 'ডিভাইন কমেডি' খন লগে লগে লৈ ফুৰিবলৈ ধৰিছো। পুৱাতে তাৰ একোটা সৰ্গ পঢ়ো। কিন্তু মোৰ পঢ়াৰ হেপাঁহ কোনোমতে নমৰে, শেষ হলেই আকৌ পঢ়িবলৈ মন যায়। নপঢ়াকৈ বাক কেনেকৈ থাকো, কেনে সুন্দৰ কিতাপ! জাতিৰ আটাইখিনি আধ্যাত্মিক কাৰ্য্যতালিকা ইয়াৰ ভিতৰতে আছে। দান্তেই ইটালীৰ নৈতিক আদৰ্শ ঠিক কৰি গৈছে। জাতিক তেখেতৰ আদৰ্শৰ উপযুক্ত কৰি গঢ়িপিটি তাক দীঘল কৰিব লাগিব। বুজিছা [illegible], মোৰ জাতি মোৰ দিশৰ। মোক স্বাধীন [illegible] [illegible]

খেদাবলৈ চক্ৰান্ত চলিছে। কিন্তু মই কোনোমতেই মোৰ পদ এৰি নাযাও, নিশ্চয়কৈ জানিবা। দেখিছানে মোৰ বন্ধুবোৰে মোৰ ফালে পিঠি দি এজন এজনকৈ আঁতৰি গৈছে। কিন্তু মই হলে ইয়াৰ পৰা নলৰো। তেওঁলোকে যদি ভাবে যে মোৰ ভৰিৰ ওপৰত এটা মৰা শ দলিয়াই দিলেই মই শাসনতন্ত্ৰ এৰি গুচি যাম—তেন্তে তেওঁলোকে ভুল বুজিছে। মই ইয়াত থকাৰ প্ৰয়োজনীয়তা আজি আৰু বেছিকৈ উপলব্ধি কৰিছো। আজিৰ পৰা মোৰ আৰু ইটালীৰ অদৃষ্ট একে। ফেছিষ্ট আন্দোলনৰ লগত, শাসনতন্ত্ৰৰ লগত, ৰোম অভিযানৰ পাছৰ পৰা ইটালীৰ যি নতুন ইতিহাসৰ আৰম্ভ হৈছে তাৰ সৈতে মোৰ বন্ধন অবিচ্ছেদ্য। মোৰ শত্ৰুবিলাকে মোৰ নামত যি কলঙ্ক আজি ৰটাইছে তাৰ প্ৰবাহ ৰোধ কৰি মই জগতক দেখুৱাম যে মোৰ শাসন-তন্ত্ৰই বিনা ৰক্তপাতে জয়ী হব জানে; মই দেখুৱাম মোৰ দল আৰু শাসনতন্ত্ৰ কি বস্তু। ইতিহাসৰ কোবাল সোঁতত মই খেৰ-কুটাৰ দৰে ভাহি যাব নোখোজো নতুন ইতিহাস সৃষ্টি কৰাই মোৰ কাম।" মুছোলিনিয়ে ইটালীৰ ওপৰত বিশ্বাস ৰাখে, নিজৰ ওপৰত বিশ্বাস ৰাখে আৰু এই বিশ্বাসৰ বলত বলীয়ান হৈ তেখেতে পৰ্ব্বত প্ৰমাণ বাধা-বিঘিনিকো ধূলিসাৎ কৰিব লাগিছে। সেই কাৰণেই তেখেতে এনে কথা কবলৈ দ্বিধা বোধ কৰা নাছিল।

এনেহেন মুছোলিনিৰ বজ্ৰ কঠোৰ আঙুলিৰ সঞ্চালনত ইটালীত এটা নতুন জাতি জন্মিছে—ইটালী যাৰ মনত আৰাধ্য দেৱতা, দৰাচলতে পিতৃ-ভূমিয়েদি ভগবানৰ সত্বা উপলব্ধি কৰিব নোৱাৰিলে দেশসেৱাৰ কোনো মাহাত্ম্য নাথাকে। পৃথিবীৰ যিবিলাক ৰাষ্ট্ৰই আৰু যি বিলাক জাতিয়ে যশৰ প্ৰতিষ্ঠা ৰাখিব খোজে, তেওঁলোকে দেশ মাতৃকাৰ অৰ্চ্চনাত দেৱতাক উপলব্ধি কৰিবলৈ চেষ্টা কৰে। এনে দেশপ্ৰীতি ধৰ্ম্মবিশ্বাসৰ নামান্তৰ মাত্ৰ। এনে বিশ্বাসে বেতিয়া দেশবাসীৰ মনত ঠাই লয়, এনে আদৰ্শই যেতিয়া দেশবাসীক মতলীয়া কৰি তোলে, তেতিয়া মাতৃভূমিৰ ভাগ্য নিৰাপদ ভেটিৰ ওপৰত প্ৰতিষ্ঠিত

হয়। মাতৃ-ভূমিয়ে তেতিয়া সেৱকৰ কেন্দ্ৰস্থল অধিকাৰ কৰি বহে, মৃন্ময় মূৰ্ত্তি তেতিয়া চিন্ময় মূৰ্ত্তিত পৰিণত হয়। দান্তে, মেকিয়াভেলী, কাভুৰ, মেট্‌চিনি আৰু গেৰিবল্ডিয়ে দেখুৱা বাটেদি ইটালীৰ জাতীয় জীৱনৰ বিকাশ ধাৰাক আৰু পূৰ্ণতৰ কৰিবলৈ যত্ন কৰা মুছোলিনিয়ে পিতৃ-ভূমিক ধৰ্ম্মত ৰূপান্তৰিত কৰিব পাৰিছে, দেশাত্মবোধক 'মিষ্টিছিজিম'ত পৰিণত কৰিব পাৰিছে। সেই কাৰণে মুছোলিনিয়ে সমস্ত জগতৰ আগত এনে এটা সাৰ্ব্বজনীন আদৰ্শ দাঙি ধৰিব পাৰিছে —যাৰ আকৰ্ষণী শক্তি দুৰ্নিবাৰ।

তেখেতে জানে যে ৰাজনীতি ক্ষেত্ৰত বাস্তৱৰ সংস্পৰ্শত উত্তমৰূপে পৰীক্ষিত হোৱা একমাত্ৰ উপস্থিত কৰ্ত্তব্যৰ সন্মুখীন হবলৈ কোনো দ্বিধা বোধ নকৰা মানুহৰ একান্ত প্ৰয়োজন। সেই কাৰণে তেখেতে ব্যক্তিত্বৰ প্ৰভাৱত মানুহৰ ওপৰত প্ৰভুত্ব কৰে যদিও, কল্পনা-বিলাসী, ভাবুক, ইন্দ্ৰিয়সুখ বিচৰা মানুহ লৈ কাৰবাৰ কৰা মুঠেই পচন্দ নকৰে। তেখেতে অনুভৱ কৰে যে পৃথিবীৰ বিশেষকৈ ইটালীৰ মানুহৰ সেৱা কৰোতা সকলৰ ভিতৰত তেখেত এজন। তেখেতৰ এই সেৱা ভাৱত স্বাৰ্থৰ অকনমানো ছাঁ পৰা নাই। তেখেতৰ কঠোৰ ন্যায়-নিষ্ঠ শাসনে ইটালীৰ বৰ্ত্তমান আৰু ভৱিষ্যত নিৰাপদৰ ভেটিত স্থাপিত কৰিছে। তেখেতে ইতিহাসৰ পিঠিত ইটালীৰ লাঞ্ছিত মূৰ্ত্তি দেখি ইটালীক বিশ্বৰ দৰবাৰত গৌৰৱময় আসনত বহুৱাবলৈ দান্তে কাভুৰ আদিৰ আদৰ্শ আগত লৈ জয় যাত্ৰাৰ অভিযান চলাইছে।

(বাঁহী ২৩ শ বছৰ ৪ৰ্থ সংখ্যা)।

# অসমত মহাত্মা

মহাত্মাৰ অসম ভ্ৰমণ অসমীয়া জাতিৰ পক্ষে এটা চিৰস্মৰণীয় ঘটনা। নতুন বছৰৰ প্ৰথম সপ্তাহতেই তেখেতে ৰবদৈচিলাৰ দৰে অসমৰ ইমূৰৰ পৰা সিমূৰলৈকে উৰি অসমীয়াৰ মনত যি এটা আলোড়ন উপস্থিত কৰিলে, তাৰ ফল যে শুভ হব তাত কোনো সন্দেহ নাই। তেখেতে অসমীয়াৰ সমুখত তিনিটা কথা দাঙি ধৰিছে প্ৰথম হৈছে অস্পৃশ্যতা বৰ্জ্জন কৰি সমাজত সাম্য আৰু মৈত্ৰী ভাৱ স্থাপন কৰা, দ্বিতীয় হৈছে অসমীয়াই কানিকে আদি কৰি সকলো মাদক দ্ৰব্য এৰি পৰিশ্ৰমী হোৱা, তৃতীয় হৈছে ভাৰতবৰ্ষৰ আন প্ৰদেশৰ পৰা অহা চাহ বাগিছাৰ বনুৱা সকলক 'বঙালী' 'কুলী' বুলি ঘিণ নকৰি, অসমীয়া সমাজে নিজৰ ভিতৰত সুমুৱাই লোৱা।

অস্পৃশ্যতা বৰ্জ্জন সম্পৰ্কে তেখেতে কয় :—

"ৰাহুৱে যিদৰে চন্দ্ৰক গ্ৰাস কৰে, সেইদৰে অস্পৃশ্যতাৰ মহাপাপেও হিন্দু ধৰ্ম্মক গ্ৰাস কৰিছে। এই পাপ গুচাব লাগিব। কিয় গুচাব লাগে তাকেই মই কওঁ। জন্মৰ বাবে কিছুমান লোক সৰু, কিছুমান লোক ডাঙৰ, এই ভাৱটো অস্পৃশ্যতা কথাষাৰত নিহিত আছে। কিছু-মানক সৰু বুলি ধৰা, কিছুমানক ডাঙৰ বুলি ধৰাটো পাপ। এই কথাষাৰ আমাৰ ধৰ্ম্মই সমৰ্থন নকৰে। এই অস্পৃশ্যতা ভাৱৰ কাৰণেই আমি আজি তলত পৰি আছোঁ। আমি সকলোৱেই ভগৱানৰ সন্তান, পিতৃৰ চকুত সকলো সন্তানেই সমান, ভগবানে কেতিয়াও ইজন ডাঙৰ, সিজন সৰু বুলি নধৰে। মানুহে মানুহক ঘিণ কৰাটো অন্যায় আৰু মহাপাপ। সকলো লোকক সমভাৱে দেখাটোৱেই মোৰ আন্দোলনৰ উদ্দেশ্য। সমাজত আন্তৰ্জ্জাতীয় ভোজন, আন্তৰ্জ্জাতীয় বিবাহ প্ৰচলন কৰাটো মোৰ উদ্দেশ্য নহয়—অন্তৰ শুদ্ধি কৰি সকলো লোকক সমভাৱে দেখাটোৱেই

মোৰ লক্ষ্য। ব্ৰাহ্মণ, শূদ্ৰ, মেতোৰ, মুচী সকলো ভগবানৰ চকুত সমান।

"মেতোৰক ঘিণ কৰা কিয়? মাকে জানো সন্তান প্ৰতিপালন কৰোতে মেতোৰৰ কাম কৰিব লগীয়া নহয়? ডাক্তৰে জানো বেমাৰীৰ চিকিৎসা কৰোতে মেতোৰৰ কাম কৰিব লগীয়া নহয়? তেন্তে সমাজক যি পৰিচৰ্য্যা কৰে, তালৈ কিয় এই ঘৃণাৰ ভাব?" * * *

হিন্দু মুছলমানৰ মাজত বিৰোধৰ কাৰণ সম্পৰ্কে আলোচনা কৰি তেখেতে কয়:—

"মোৰ মনেৰে হিন্দু মুছলমানৰ মাজত বিৰোধৰ ভাৱৰ গুৰিত আমাৰ অস্পৃশ্যতাৰ ভাব। আমাৰ ঘৃণাৰ ভাৱৰেই ই এটা প্ৰতিধ্বনি। সমাজৰ প্ৰতি স্তৰতে এই ভাব এইদৰে বিয়পি পৰিছে যে তলত পৰি থকা লোকসকলেও উচ্চ বৰ্ণৰ হিন্দু সকলক অনুকৰণ কৰি তেওঁলোকৰ তলত থকা ভাইসকলক ঘিণায়। তেওঁলোকেও মেতোৰক ঘিণায়—ছেই ছেই লেই লেই ভাব তেওঁলোকৰ অন্তৰতো বিদ্যমান। ইয়াৰ বাবে উচ্চ বৰ্ণৰ হিন্দু সকলেই দায়ী। আমাৰ অস্পৃশ্যতা ভাৱৰেই এইবিলাক ঠাঁ মাথোন।"

* * *

নগাওঁৰ ৰাজহুৱা সভাত তেখেতে কৈছিল:—

"যি ঠাইত মহাপুৰুষ শঙ্কৰদেৱে জন্ম গ্ৰহণ কৰিছিল, সেই ঠাইত অস্পৃশ্যতাৰ ভাব এতিয়ালৈকে জীয়াই থাকিবলৈ দিয়াটো মহা কলঙ্ক। নগাঁৱা বাইজে এই কলঙ্ক গুচাবলৈ যত্ন কৰা উচিত।"

আসামত অস্পৃশ্য কি? এই সম্পৰ্কে আলোচনা কৰি তেখেতে কৈছিল।

"আসামত অস্পৃশ্য হৈছে কানি—কানি মহা বিহকহে অসমীয়াই অস্পৃশ্য বুলি ধৰি ঘিণ কৰি ইয়াৰ পৰা আঁতৰত থকা উচিত। কানি খোৱা বাবেই অসমীয়া আজি এলেহুৱা আৰু অসমীয়াৰ এই বদনাম হিন্দুস্থানত ফুটি ৰাটি ওলাইছে। প্ৰত্যেক অসমীয়াই এই বদনাম গুচাবলৈ যত্ন

কৰা উচিত। যি সকলে কানি নাখায়, তেওঁলোকে কানীয়া ভাই সকলক কানি এৰুৱাবলৈ যত্ন কৰা উচিত। আৰু কানীয়াই মন স্থিৰ কৰি দৃঢ়-প্ৰতিজ্ঞ হৈ কানি এৰা উচিত। ইয়াৰ অৰ্থ এয়ে নহয় যে কানি এৰি আন কিবা মাদক দ্ৰব্য ব্যৱহাৰ কৰা। সকলো বিধৰ মাদক দ্ৰব্যৰ ব্যৱহাৰেই হৈছে দোষৰ কথা। সেইবাবে মাদক দ্ৰব্য এৰা উচিত। যিখন জিভাৰে হৰিনাম লোৱা যায়, কানি স্পৰ্শ কৰি কিয় সেই জিভা খন কলুষিত কৰিছা।"

## 'অসমত বঙাল'

যোৰহাট আৰু শিৱসাগৰত বঙালী কুলী সম্পৰ্কে আলোচনা কৰি তেখেতে কৈছিল—

"আসামত অসমীয়া এলেহুৱা, উত্তমবিহীন হোৱা বাবেই আসামলৈ আন আন প্ৰদেশৰ পৰা লাখে লাখে মানুহ আহিছে—ইয়াত জীৱিকা উপাৰ্জ্জন কৰিবলৈ। চাহ বাগিচাৰ বাবে আমদানী কৰি অনা কুলীবিলাকে চাহ বাগিচাৰ পৰা ওলাই আসামত মাটি-বাৰী লৈ বস্তী পাতিছে। এই সকল মানুহ বৰ পৰিশ্ৰমী, পৰিশ্ৰম কৰি তেওঁলোকে ইয়াত ধন ঘটিছে। এওঁলোকক এতিয়া বঙাল কুলী বুলি ঘিণোৱা শিক্ষিত অসমীয়াৰ পক্ষে উচিত নহয়।

এওঁলোকেই হৈছে হৰিজন—এই হৰিজন সকলৰ উন্নতিৰ বাবে কৰ্ম্মক্ষেত্ৰত নমাটো প্ৰত্যেক শিক্ষিত অসমীয়াৰ কৰ্ত্তব্য। অসমীয়াই এই সকলক ঘিণাই আঁতৰত পেলাই থৈ আসামৰ পক্ষে বোজা কৰিব পাৰে, নহলে এই সকলক সমাজত সুমাই লৈ নিজৰ সম্পদ বৃদ্ধি কৰিব পাৰে।"

## গুৱাহাটীৰ (পাণ্ডুত) মহাত্মা গান্ধীৰ বিদায় বাণী

"আজি অসম এৰিবৰ সময়ত মই কওঁ আসামত প্ৰকৃতিৰ শোভা ইমান মনোৰম যে মই চকু আঁতৰাবলৈ টান পাইছো। ব্ৰহ্মপুত্ৰ নদ আসামৰ

বুকুৰ ওপৰেদি বৈ যোৱাত আৰু সময়ত যথেষ্ট বৰষুণ হোৱা বাবে অসম দেশখন হৈছে সোণৰ খনি। কিন্তু এই সোণ উলিয়াবলৈ অসমীয়াক লাগে উত্তম, অসমীয়াক লাগে উদ্যোগ। সমাজৰ প্ৰত্যেক অঙ্গই যদি ঠিক মতে কাম কৰে, তেন্তে অসম দেশখন যিদৰে দেখাত ধুনীয়া সেইদৰে সমৃদ্ধিশালী হব। অসমীয়াৰ ওচৰত মোৰ এয়ে শেষ কথা।"

(বাঁহী ২৩শ বছৰ প্ৰথম সংখ্যা)

# লক্ষ্মীধৰ স্মৃতি

শ্ৰীঅমিয়কুমাৰ দাস

স্বৰাজ আছিল তেওঁৰ তেজত, কাৰণ তেওঁ স্বৰাজৰ এজন প্ৰধান যুজাৰু আছিল। ভাৰতৰ মুক্তি আছিল তেওঁৰ জীৱনৰ ব্ৰত, ভাৰতৰ স্বাধীনতা আছিল তেওঁৰ জীৱনৰ ধ্যান। হিয়াত স্বপ্নময়ী আশা লৈ ওলাইছিল তেওঁ কৰ্ম্মক্ষেত্ৰত।

* * *

কাৰণ বিপ্লৱ আছিল তেজৰ মূল উপাদান, এই উপাদানৰে গঠিত তেজ বৈছিল তেওঁৰ সিৰে সিৰে। কেৱল মাত্ৰ প্ৰতিষ্ঠিত শাসন-তন্ত্ৰৰ বিৰুদ্ধে নহয়, সমাজ-নীতি, সাহিত্য সকলোতেই বিপ্লৱৰ চেষ্টা আছিল তেওঁৰ। কাৰণ তেওঁৰ স্বাধীন মনে অযুক্তিৰ শাসন কেতিয়াও মনা নাছিল। অন্যায় অবিচাৰৰ ওচৰত তেওঁ মূৰ দোঁৱাবলৈ কেতিয়াও মান্তি হোৱা নাছিল।

ডাঙৰ হৈছিল তেওঁ ৺চন্দ্ৰনাথৰ ওচৰত। সেইবাবে লবাকালৰে পৰা পাইছিল চিন্তাৰ স্বাধীনতা।

আজি তেওঁৰ শ্ৰাদ্ধ-তিথি। আজি লক্ষ্মীধৰৰ ব্যক্তিত্ব সুঁৱৰি মনলৈ আহিছে এইবোৰ কথা।

* * *

১৯২১ চন—এদল ডেকা লবা ওলাইছে দেশ মাতৃৰ আহ্বানত দেশ সেৱাত ব্ৰতী হবলৈ। নাই তেওঁলোকৰ জীৱনৰ অভিজ্ঞতা, নাই তেওঁলোকৰ জীৱনৰ শিক্ষা। কেৱল মাত্ৰ আছে অন্তৰত স্বৰাজৰ অদম্য স্পৃহা, প্ৰাণত আছে এটা ব্যাকুলতা,—পাইছে প্ৰেৰণা তেওঁলোকে ত্যাগৰ। তপস্বী গান্ধীৰ আহ্বানত লৰি আহিছে জীৱন দান কৰিবলৈ। তেজপুৰৰ মাধৱৰ দেৱালয়ৰ কাষত বিৰাট ৰাজহুৱা সভা, বজ্ৰ গম্ভীৰ স্বৰেৰে আৰম্ভ কৰিলে অগ্নিমন্ত্ৰৰ পুৰোহিত স্বৰ্গীয় চন্দ্ৰনাথে—"বাইজসকল

ইংৰাজ আমাৰ দেশৰ শত্ৰু নহয়, শত্ৰু হৈছে আমাৰ গোঁসাই মহন্ত সকল, শত্ৰু হৈছে আমাৰ উচ্চ জাত্যাভিমানী ব্ৰাহ্মণ আদি উচ্চ বৰ্ণৰ লোকসকল।” পোনপটীয়া কথাবোৰ শুনি উচ্ছল্‌ খাই উঠিল লগৰীয়া কেইজন মান—কাৰণ তেওঁলোকে বিচাৰিছে ইংৰাজৰ এই গৱৰ্ণমেণ্টৰ বিৰুদ্ধে বিদ্ৰোহ। এতিয়া সামাজিক বিপ্লৱৰ সৃষ্টি হলে যাই উদ্দেশ্য ব্যৰ্থ হব পাৰে। এয়েই তেওঁলোকৰ আশঙ্কা হৈছিল। “ভয় নাই, আমাৰ যে এই অসহযোগ ই যে এটা প্ৰকাণ্ড বিপ্লৱৰ আয়োজন। চলি অহা মনোবৃত্তিৰ আমূল পৰিবৰ্ত্তনেই যে আমাৰ লক্ষ্য। ৰুবাছী বিপ্লৱৰ দৰেই আমাৰো এটা প্ৰকাণ্ড বিপ্লৱৰ সৃষ্টি কৰিব লাগিব।”—কলে আমাৰ লক্ষ্মীধৰে। যি হওক, স্বৰ্গীয় চন্দ্ৰনাথৰ পোনপটীয়া কথাত কিছুমানে বেজাৰ পাই যুক্তিলৈ মন নিদিবও পাৰে, সেই বাবে তেওঁৰ পাছতেই থিয় দিলে আমাৰ লক্ষ্মীধৰে। সুৰলা মাতেৰে বুজাই কলে—“ব্ৰাহ্মণ সকলেই হৈছে আৰ্য্য সভ্যতাৰ এটা প্ৰধান সম্পদ—ব্ৰাহ্মণৰ ত্যাগ, ব্ৰাহ্মণৰ তপস্যাৰ ফল হৈছে এই আৰ্য্য সভ্যতা—ব্ৰাহ্মণ সকলৰ অমৰ কীৰ্ত্তি স্মৰণ কৰি আজি দুখেৰে কবলগীয়া হৈছে, বৰ্ত্তমান যুগৰ ব্ৰাহ্মণৰ সেই ত্যাগ নাই ইত্যাদি।’ এয়ে আছিল আমাৰ লক্ষ্মীধৰ। তেওঁৰ জিভাৰ আগত আছিল সৰস্বতী, তেওঁ অন্তৰত ধৰিছিল লক্ষ্মী—ধন ঐশ্বৰ্য্য, জড়জগতৰ পাৰ্থিব সম্পদৰে নহয় চিন্তাৰ সম্পদ, তাৰৰ ঐশ্বৰ্য্য।

• • •

ক্লান্তি নাই অৱসাদ নাই, দিন নাই, ৰাতি নাই ডেকাৰ দল ঘূৰিছে গাঁৱে গাঁৱে; বুজাই ফুৰিছে ৰাইজক—তেওঁলোকৰ অধিকাৰৰ কথা, তেওঁলোকক দেখুৱাই ফুৰিছে কৰ্ত্তব্যৰ পথ। চতিয়াৰ পৰা বিশ্বনাথ ১২ মাইল। ৰাতি ওলাইছে ডেকাৰ দল, আবেলি সভা শেষ কৰি। বাটত লগ লগা দুটামানে কলে—“দাদা, বৰ ভাগৰ লাগিছে”—“হয় নে তোমালোক আহিলা কিয়? বাক তোমালোকক অমুক ঠাইত থৈ যাম”—“নহয়, নহয়, আমি আপোনালোকৰ লগতেই যাম।”

এনেতে লক্ষ্মীধৰে মাত লগালে "হেৰা, তোমালোকে 'জীনভজীন'ৰ সাধু জানানে ?—"নাজানো—কওক।"

ই যে দুখীয়াৰ অন্তৰৰ কৰুণ কাহিনী—কওঁ শুনাহক।

ৰাতি ১১ মান বজাত ভীৰ গাওঁ পোৱা হল—লৰা কেইজনে কলে—"দাদা গল্প শেষ নহল, গল্পটো কওঁক, কওক।"

"বেছ—কালিলৈ ৰাতি বিহালীলৈ যাব লাগিব, তেতিয়াৰ বাবে শাঁচি থোৱা হল, এতিয়া শোৱাহঁক।" এয়ে আছিল আমাৰ লক্ষ্মীধৰ।

* * *

বিহালি পোৱা হল, পাছদিনা ৰাতিপুৱা জলপান খাবলৈ বহা হৈছে। এনেতে দূৰ গাঁৱৰপৰা আহিল এজন ডেকা লৰা, সভাৰ আয়োজনৰ বাতৰি দিলেহি। বহি গল তেওঁ আমাৰ লগতে একে শাৰীতে। এনেতে আছিল গাৱৰ বয়সিয়াল লোক এজন ; দেখিয়েই তেওঁ চিঞৰি উঠিল—"এইখন কৰিছে কি আপোনালোকে, দেশ গুচালে, ধৰ্ম্ম গুচালে—শাস্ত্ৰ তল পেলালে! দিনজয় গোসাইৰ শিচৰ লগত একে শাৰীতে বহিছে!—পকা জলপান ধৰিছে"—এনেতে মাত দিলে হাঁহি মুখেৰে আমাৰ লক্ষ্মীধৰে—'হেৰি ডাঙৰীয়া, ক'ত কি শাস্ত্ৰৰ বিধান আছে কওকচোন, ৰাজ্যবৰুৱই কি কৈছে, মনুৱেনো কি কৈছে, কওকচোন, এইদৰে হাঁহি মুখেৰে জয় কৰিলে কোনে ? আমাৰ লক্ষ্মীধৰে।

* * *

বিহালিৰ সভা শেষ হল—এনেতে আহিল এখন চিঠি—বাংছালী গাঁৱৰ বাইজৰ `ফালৰ পৰা লিখা হৈছে। তেওঁলোক সকলোটি দিনজয় সত্ৰৰ শিষ্য—তেওঁলোকৰ গাঁৱত ৰাতি থাকিবলৈ সকলোকে নিমন্ত্ৰণ। গ্ৰহণ কৰা হবনে ? নিশ্চয় হব। "থোৱা তোমালোকে সকলো আয়োজন কৰাগৈ। মাত লগালে ৺চন্দ্ৰনাথ আৰু লক্ষ্মীধৰে। ৰাতি গৈ দেখো আয়োজন একোৱেই হোৱা নাই ; আমি যে নিমন্ত্ৰণ ৰক্ষা কৰিম এই কথা তেওঁলোকে বিশ্বাস কৰাই নাছিল। জাত্যাভিমানী উচ্চবৰ্ণৰ লোকসকলে নিন্দা কৰিবলৈ ধৰিলে।

* * *

১৯২১ চন—শাৰদীয় পূজা আহিব ধৰিছে। প্ৰত্যেক কৰ্ম্ম কেন্দ্ৰত জনোৱা হৈছে, পিকেটিং যেন বেছমতে চলোৱা হয়, মাদক দ্ৰব্য পৰা যাতে সকলোকে আঁতৰত ৰাখিব পাৰি, তাৰ বাবে দিহা কৰিবলৈ। সেৱকসকল লাগিল কামত।

বাতৰি আহিল ইটাখুলিত ডফলাৰ উপদ্ৰৱৰ। দা লৈ কানি কিনিবলৈ আহি সেৱক সকলৰ ওপৰত বৰ খং। যোৱা হল ইটাখুলালৈ। ডফলা এজন দা জোকাৰি আহিল—"নাই আজি আৰু শুনোঁ। ৭ দিন কানি খাবলৈ পোৱা নাই, আজি কানি কিনিব নিদিলে তহঁতক আজি কাটি পেলাম—"

"কাটিবৰ আগতে বজায়ো মাত্ৰ এষাৰ শুনে, শুনচোন মোৰ কথা।"

"ক মই হলে আৰু নোৱাৰো আজি কানি খামেই খাম" "বেছ,—চাছোন এইদাল কি ?"

"এইদাল আৰু কি ? কানি পানৰ নলিছা। আনিছ চাগৈ কাৰবাৰ পৰা কাঢ়ি" "দাবে কালি চাছোন কি আছে ?" সি দাবে কালি চালে।

"কি দেখিছ ?"

"কলা দাগ কানিৰ মলি"

"চাচোন, বাঁহৰ নলীছাদালতেই কিমান মলি গোট খাই আছে, আৰু তোৰ পেটৰ নাড়ীদালত চাগৈ কিমান মলি গোট খাই আছে, এই মলি গোট খাই পেটৰ নাড়ী পচি গৈছে চাগৈ— কিয় কানি খাই দেহাটো এই দৰে পেলাইছ, ঐ গাম।" ডফলা গাম ৰ'ল, জোকাৰি অহা দা খাপত সুমালে। সি ৰ লাগি অলপ পৰ বল।

"এৰা, বেছ কথা কৈছ, উঃ কানি কি মহাবিহ ! দে আজিৰ পৰা আৰু কানি নাখাও, তহঁতৰ গাতীক কৰি আমাক যেন আশীৰ্ব্বাদ দিয়ে।" এয়ে আছিল আমাৰ লক্ষীধৰ।"

* * *

শাৰদীয় পূজাৰ দশমীৰ বিসৰ্জ্জন। খবৰ আহিল কছাৰীগাওঁ বাগিচাত কুলীৰ বিদ্ৰোহৰ। ছাহাব, বাবু সকলোৰে ওপৰত উপদ্ৰৱ কৰা বুলি। দেশত যে আমি বিপ্লৱৰ বতৰৰ সৃষ্টি কৰিছোঁ ই যে তাৰেই গৌণফল, কিন্তু আমাৰ নীতিতো এইদৰে নহয়। পৰামৰ্শৰ পাছত স্থিৰ হল, শান্তিৰ বাবে গভৰ্ণমেণ্টৰ লগত সহযোগ কৰা। তাঁৰ দি জনোৱা হল ডেপুটি কমিশ্যনাৰ ছাহাবক। তেওঁ আমালৈ উত্তৰ দিলে—
"Co-operation Excellent meet me at club" Laine.

বেছ—যোৱা হল ক্লাবলৈ। কোৱা হল তেওঁক সকলো কথা, বিদ্ৰোহী বনুৱাৰ দলক শান্ত কৰিবলৈ আমাক এটি সুবিধা দিব লাগে। ফৌজৰ সহায় লৈ আপুনি কুকুৰ মেকুৰীৰ দৰে এই নিৰস্ত্ৰ বনুৱাসকলক গুলীয়াই মাৰি পেলাব পাৰে সঁচা, কিন্তু তাৰে শান্তি স্থাপিত নহয়, ইত্যাদি।'

উত্তেজিত বনুৱাৰ দল সংখ্যাত প্ৰায় এ হেজাৰ—লৰি আহিছে তেজপুৰ নগৰৰ ফালে। স্বয়ংসেৱক সকলৰে সৈতে আগ-ভেটি ধৰা হল, ৰাতি ৯ বজাত নগৰৰ পৰা তিনি মাইলৰ আঁতৰত।

তিনিদিন হল তেওঁলোকৰ পেটত ভাত নাই, তাৰ ওপৰত এই উত্তেজনা, এই অশান্তি, তিৰোতা বনুৱাসকল যেন আৰু বেছি উত্তেজিত। কোঁছত কেচুৱা লৈ সকলো যেন আহিছে ৰণৰঙ্গিণীৰ বেশেৰে—একোকে নুবুজে।

"কোন তহঁত, আজি ইমান দিন আমাৰ দেখোন একো খবৰ বাতৰি লোৱা নাছিলি, আজি আহিছ খৰ ভালৰি যোলাবলৈ। তহঁতো নিশ্চয়, পুলিছৰ মানুহ।" কলে—কিছুমানে। তিৰোতাসকলে সকলে চিঞৰিলে—"মাৰ মাৰ ইহঁতক" এই উত্তেজিত জনসঙ্ঘৰ সকলোৱে দাঙিলে লাঠী। অবুজ মানুহ, একো নুবুজে। স্বয়ংসেৱক সকলৰ অন্তৰ কঁপি উঠিল। এনেতে মটৰ গাড়ীৰ ৰেডিয়েটৰ ওপৰত থিয় দি সুৰুলা মাতেৰে লক্ষীধৰে মাত দিলে—

"ভাই-ভনীহঁত, হয়, আমি তোমালোকৰ একোৱেই খবৰ বাতৰি লোৱা নাছিলো। সেইবাবে আমি নিশ্চয় জগৰীয়া। কিন্তু যি মহাপুৰুষে সদায় তোমালোকৰ ভূ লৈ আছে, যি জন মহাপুৰুষে তোমালোকৰ দুখ গুচাবলৈ আজি নিজে কত দুখ বৰণ কৰি লৈছে সেইজন মহাপুৰুষ মহাত্মা গান্ধীৰ কথা মতেই আহিছো আজি তোমালোকৰ কাষলৈ, তোমালোকৰ দুখ গুচাবলৈ বুলিয়েই আহিছো। যদি তোমালোকে আমাক তোমালোকৰ মিত্ৰলোকক মাৰি সুখ পোৱা, তেন্তে মাৰাহি, আমি ইয়াতেই আছো।" এই উত্তেজিত বক্তৃতা দলৰ টাঙোন নামিল। সকলো শান্ত হল।

পাছ দিনা ডেপুটি কমিশ্যনাৰৰ লগত একযোগে বুজাই বৰাই সকলোকে বাগিচালৈ পুনৰ ওলোটাই পঠোৱা হল। এয়ে যে আছিল আমাৰ লক্ষ্মীধৰ।

* * *

১৭ ডিচেম্বৰ বিচাৰৰ দিন; ১১ তাৰিখেই হবৰ কথা আছিল; কিন্তু বিচাৰ শেষ নহল। আইন পঢ়া নাই, আইন একো নাজানে অথচ মকৰ্দ্দমা চলাওতা পুলিছৰ পক্ষ প্ৰভৃতি পদতে সন্ত্ৰস্ত।

"চাওঁ, দিয়কচোন পুলিছৰ ৰিপোৰ্টখন।"

"নাই, দিব নোৱাৰি" কোৰ্ট ইন্সপেক্টৰে প্ৰতিবাদ কৰিলে।

"বেছ কথা, আমাৰ বিৰুদ্ধে অভিযোগ কি জানিবলৈ নিদি যদি বিচাৰ কৰা হয়, তেন্তে অতি উত্তম। আমাক জেলখানাত থৈ আহক, ইয়াত বহি আপোনালোকে আপোনালোকৰ ৰায় লিখি থওক। আমাক কিয় আদালতলৈ আনি আমনি দিছে?"

আছামীৰ উত্তৰ শুনি ডেপুটি কমিশ্যনাৰ জঁয় পৰিল। 'এবাৰতো আছামীৰ বিৰুদ্ধে অভিযোগৰ ৰিপোৰ্টখন তেওঁলোকক চাবলৈ নিদিয়াটো আইনৰ কথা নহয়! দিয়া ৰিপৰ্টখন তেওঁক পঢ়িবলৈ' ৰিপৰ্টখন চাই দাৰোগাজনক সম্বোধন কৰি আছামীয়ে কলে—'হেৰি ভাওৰীয়া আপুনি ইংৰাজী ভাষাত দেখোন বেছ পাকৈত; কিমানলৈকে পঢ়িছিল?"

আদালতক সম্বোধন কৰি পুনৰ কলে—"চাওকচোন ডাঙৰীয়া, বিশুদ্ধ বজাৰ ভাষা, কেনেকৈ হত্যা কৰা হৈছে, ই যে ৰাজবিদ্ৰোহ! এই হত্যাৰ বাবে এইজন কৰ্ম্মচাৰীৰ কি ব্যৱস্থা কৰিব।"

এইদৰে প্ৰতিপদতে নানাবিধৰ আসোঁৱাহ উলিয়াত ১১ তাৰিখে বিচাৰ শেষ নহল। আদালতৰ মুকলি পথাৰ লোকে লোকাৰণ্য—চাবলৈ আহিছে বিচাৰ। ১৭ তাৰিখে বিচাৰৰ দিনা যিখন বিবৃতি দিয়া হল, তাৰ ভাষা, তাৰ কথা সকলো পঢ়ি বিচাৰক লেইনিৰ অন্তৰ কুমলিল। তেওঁ সেই বাবে ব্যৱস্থা দিলে দণ্ডিত আছামীক স্পিছিয়েল কয়েদীৰ সুবিধা দিয়াৰ। এয়ে আছিল আমাৰ লক্ষ্মীধৰ।

* * *

১৯২১ চনৰ আগষ্ট মাহ। মহাত্মা গান্ধী আহিছে তেজপুৰলৈ, বহল মুকলি পথাৰত বিৰাট ৰাজহুৱা সভা, তাত ২০ হেজাৰ লোকৰ সমাগম হৈছে, তালৈ শ্বেতাঙ্গ পুলিছ চাহাবৰ লগত আৰু দুজন চাহ খেতিয়ক আহিছে। তেওঁলোকে বহি আছে মটৰ গাৰীত আৰু প্ৰত্যেকৰে মুখত একো একোটা ছিগাৰেট। এই দৃশ্য দেখা পাই সকলোৰে মনত বেজাৰ। এনে এখন সভাত এইদৰে ছিগাৰেটৰ প্ৰচলন, গল লক্ষ্মীধৰ—তেওঁ অতি বিনয়েৰে সেতে চিগাৰেট খোৱা বন্ধ কৰিবলৈ কলে। পুলিছ চাহাবৰ লগত থকা আন দুজন চাহ খেতিয়কে ততালিকে চিগাৰেট নুমালে, কিন্তু পুলিছ চাহাব গৰ্জ্জি উঠিল। ই ৰাজহুৱা সভা! "হয় ডাঙৰীয়া, আপোনাৰ যথেষ্ট ক্ষমতা আছে, আমি জানো, আপোনাৰ হাতত আছে গোলা-গুলী বাৰুদকে আদি কৰি সকলো বিধৰ আগ্নেয়াস্ত্ৰ আৰু সেইবাবে আপুনি আৰু ইয়াত সমবেত হাজাৰ হাজাৰ নৰনাৰীৰ অন্তৰত দুখ দিলে তাৰ প্ৰতিকাৰৰ আৰু একো উপায় নাই, কেৱলমাত্ৰ আছে অহিংস অসহযোগ, সেইবাবে অতি বিনয়েৰে কৈছো আপুনি আমাক দুখ দিয়াটোৱেই ভাল পায়নে ভাবি চাব।" চাহাব জন খণ্ডত বলিয়া হৈ ততালিকে সভাস্থল এৰিলে। এয়ে আছিল আমাৰ লক্ষ্মীধৰ।

* * *

১৯২২ চনৰ জুন মাহ ২২ জুন তাৰিখে লিখক পাইছে গৈ তেজপুৰ, ১৫ তাৰিখে লক্ষ্মীধৰ জেলৰ পৰা খালাচ হৈ আহিছে। তেজপুৰ পায়েই লিখকে বাতৰি পালে মাতৃ-বিয়োগৰ কথা। 'ৰৰ গৈ পোৱাৰ অলপ পাছতে তেওঁ আহিল। "আজি বেছেৰীয়াত সভা, আপুনি যাব লাগিব, আপুনি নগলে নহব।" কৰ্ত্তব্যৰ কঠোৰ আহ্বান সোঁৱৰাই দিলে। এয়ে আছিল আমাৰ লক্ষ্মীধৰ।

* * *

১৯২২ সনৰ আগষ্ট মাহ। আইন অমান্য তদন্ত কমিটি আহিছে—গুৱাহাটীত এই তদন্ত আৰম্ভ হৈছে। অসমৰ নেতৃস্থানীয় লোক সকলো বন্দী, আছে বাহিৰত খালাচ হৈ অহা কেৱলমাত্ৰ কেইজন ডেকা কৰ্ম্মী। তদন্ত কমিটিত আছিছে স্বৰ্গীয় মতিলাল নেহৰু, স্বৰ্গীয় ভিথলভাই পেটেল, স্বৰ্গীয় কস্তুৰী ৰঙ্গ আয়াৰ, ৰাজাগোপাল আচাৰীয় আৰু ডাক্তৰ আন্সাৰী।

পণ্ডিত মতিলাল আৰু ভিথলভাই আছিল কাউন্সিল প্ৰবেশৰ পক্ষপাতী, আৰু কস্তুৰীৰঙ্গ, ৰাজাগোপাল আৰু ডাক্তৰ আন্সাৰী আছিল বিৰোধী। তদন্ত কমিটিৰ প্ৰশ্নাৱলী আৰু লিখিত উত্তৰ পূৰ্ব্বতে দাখিল কৰা হৈছে। সেইদিনা বহিছে তেওঁলোকে পুনৰ জেৰা কৰিবলৈ। আইন আৰু তৰ্কত পাৰদৰ্শী ভাৰতত সুবিখ্যাত আইনজ্ঞ দুটিৰ মস্তিষ্ক লাগিছে অনভিজ্ঞ এই ডেকাদলক জেৰা কৰাত। কাউন্সিল প্ৰবেশৰ পক্ষপাতী মতিলাল আৰু পেটেলে বিচাৰিছে সত্যাগ্ৰহ আৰু আইন অমান্যৰ ব্যৰ্থতাৰ প্ৰমাণ; আৰু অসমৰ এই দলে বিচাৰিছে তাৰ সাৰ্থকতাৰ প্ৰমাণ দিবলৈ।

'বেছ তোমালোক প্ৰকৃত সত্যাগ্ৰহী নহয় নে? ধৰা তোমাৰ চকুৰ আগতে এগৰাকী তিৰোতাক এটা পাষণ্ডই বলাৎকাৰৰ উপক্ৰম কৰিছে, সত্যাগ্ৰহী তুমি কিদৰে এই পাষণ্ডৰ আক্ৰমণৰ পৰা অবলা তিৰোতা গৰাকীক ৰক্ষা কৰিবা?" প্ৰশ্ন হল পণ্ডিতজীৰ।

"এই পাষণ্ডই যাতে তিক্ততাজনীক এৰি দি মোক আক্ৰমণ কৰে তাৰ দিহা কৰিম, আৰু তেওঁৰ ক্ৰোধ যাতে মোৰ ওপৰত কেন্দ্ৰীভূত হয় তাৰ বাবে দিহা কৰিম।' উত্তৰ দিলে লক্ষ্মীধৰে।

"কেনেকৈ? আপুনি তেওঁক তেন্তে বাধা দিব?" প্ৰশ্ন কৰিলে পণ্ডিতজীয়ে।

"এৰা।"

"তেন্তে সত্যাগ্ৰহী আপুনি, নিজে গৈ এই পাষণ্ডক আক্ৰমণ কৰিব? নহয় নে?" হাহি সুধিলে ভিথলভাই পেটেলে?

'এইখিনিতে আপুনি পাহৰিছে এটা সূক্ষ্ম প্ৰভেদৰ কথা—সত্যাগ্ৰহী হিচাপে মই এই পাষণ্ডক আক্ৰমণ কৰিব নোৱাৰোঁ সঁচা, কিন্তু তেওঁক আক্ৰমণ নকৰাকৈও মই তেওঁৰ কামত বাধা দিব পাৰো, এই সূক্ষ্ম প্ৰভেদ আপুনি নাপাহৰিব।' উত্তৰ দিলে আমাৰ লক্ষ্মীধৰে।

"এৰা আপুনি উচিত কথা কৈছে, এই সূক্ষ্ম প্ৰভেদ আপুনি মন কৰা নাইনে?" বুলি হয়ভৰ দিলে ৰাজাগোপাল আচাৰিয়াই। এনে আছিল আমাৰ লক্ষ্মীধৰ।

* * *

অসমৰ পৰা উলটি গৈ অসমৰ কৰ্মীসকলৰ সম্পৰ্কে 'ইয়ং-ইণ্ডিয়া' কাকতত ৰাজাগোপাল আচাৰিয়াই মন্তব্য কৰিলে—"আসামৰ এই দল কৰ্মীৰ দৰে ভাৰতবৰ্ষৰ আন আন প্ৰদেশতো যদি এনে কৰ্মী থাকে তেন্তে স্বৰাজ পাওতে ভাৰতবৰ্ষৰ সৰহ দিন নালাগে।" ৰাজাগোপালৰ এই মন্তব্যৰ আঁৰত আছিল আমাৰ লক্ষ্মীধৰৰ প্ৰশ্নাৱলীৰ উত্তৰ।

১৯২২ চনৰ ডিচেম্বৰ মাহ—গয়াত কংগ্ৰেছৰ বছেৰেকীয়া অধিবেশন বহিছে। কাউন্সিল প্ৰবেশ কৰা হব নে নহয়, এই লৈয়েই গয়াত তুমুল তৰ্ক-বিতৰ্ক। দেশবন্ধু চিত্তৰঞ্জন দাস, পণ্ডিত মতিলাল, ভিথলভাই পেটেল, হাকিম আজমল খাঁ প্ৰভৃতি সকলোৱে কাউন্সিল প্ৰবেশৰ ফালে মত দিছে। আনফালে ৰাজাগোপাল আচাৰিয়া প্ৰভৃতি ইয়াৰ বিৰোধী। এইবোৰ কথা লৈ আসাম কেম্পতো তুমুল আলোচনা।

"আইন অমান্য আন্দোলনৰ উদ্দেশ্য দেশত এটা বিপ্লৱৰ বতৰ সৃষ্টি কৰা, জনসাধাৰণৰ মনত এটা প্ৰতিবোধৰ ভাব জাগ্ৰত কৰি প্ৰতিষ্ঠিত শাসন-তন্ত্ৰৰ পৰা তেওঁলোকক আঁতৰাই অনাই সত্যাগ্ৰহৰ অন্যতম উদ্দেশ্য। যদিহে উচিতমতে কাউন্সিলত প্ৰতিবোধ কৰিব পাৰি, তেন্তে 'ঠিক তেনে বিধৰ বতৰ দেশত সৃষ্টি হ'ব" এইদৰেই যুক্তি দিছিল লক্ষ্মীধৰে।

অসমৰ কৰ্ম্মীসকলৰ ভিতৰত চুকাল হল, এদলে শ্ৰীযুত তৰুণৰাম ফুকনৰ লগত কাউন্সিলত সোমাবলৈ মত দিলে, আনদলে এইমতৰ সমৰ্থন নকৰিলে। তেজপুৰৰ প্ৰায় সৰহ ভাগেই মত দিলে কাউন্সিলত সোমোৱাৰ পক্ষে—তাৰ কাৰণ কাউন্সিলত তেওঁলোকৰ যে বৰ আস্থা আছিল এনে নহয়; তাৰ কাৰণ শ্ৰীযুত ফুকনলৈ তেওঁলোকৰ ব্যক্তিগত আস্থা। তেওঁলোকে সবল মনেৰে বিশ্বাস কৰিছিল যে শ্ৰীযুত ফুকনেই অসমৰ ৰাজনীতিৰ একমাত্ৰ গুৰিয়াল। * * *

সেই সময়তেই ডাক্তৰ পাট্টাভি সীতাৰামায়াই আৰু শ্ৰীযুত মণিলাল কোঠাৰীয়ে এদিনা আলোচনাৰ পাছত এইদৰে মন্তব্য প্ৰকাশ কৰিছিল "তোমালোকে এজন বৰ মেধাৱী লোকক নিখিল ভাৰত কংগ্ৰেছ -কমিটিলৈ পঠাইছা।" এয়ে আছিল আমাৰ লক্ষ্মীধৰ।

বাঁহী ২৩শ বছৰ ২য় আৰু ৩য় সংখ্যা।

# শিকলিৰ বান্ধোনত প্ৰমেথিয়াছ

## পুৰণি গ্ৰীক নাটকৰ সাৰমৰ্ম্ম

শ্ৰীঅমিয় কুমাৰ দাস

"হে পৃথিবী, পৰ্ব্বতবোৰে মোৰ দুখ অনুভৱ কৰা নাই নে? হে আকাশ, হে সূৰ্য্য, তুমিতো সকলো দেখি আছা, তুমি মোৰ নিৰ্য্যাতন দেখা নাইনে? হে সাগৰ, তুমি নৈছা বুকুত সন্ত মুকলি আকাশৰ ছাঁ, তুমি আজি কলা হলানে, তুমি মোৰ বিননি শুনা নাইনে? কি নিৰ্য্যাতন! উঃ! কি যন্ত্ৰণা" শিকলিৰ বান্ধোনত থকা প্ৰমেথিয়াছৰ করুণ বিননি জগৎ বিয়পি পৰিল।

* * *

প্ৰমেথিয়াছ কোন? গ্ৰীক দেৱতাসকলৰ মাজৰে এজন নম্ৰ যুৱক। জ্ঞানী আৰু বিচক্ষণ। স্বৰ্গৰাজ্যৰ ৰজা জিয়াছে নো কাৰ সহায়ত ৰাজ্য লাভ কৰিলে? প্ৰমেথিয়াছৰ বুদ্ধি আৰু উপদেশৰ সহায় লৈ। পিতা আছিল স্বেচ্ছাচাৰী, সেইবাবে প্ৰমেথিয়াছে সহায় কৰিলে পুত্ৰক জিয়াছক স্বেচ্ছাচাৰিতাৰ অন্ত পেলাবলৈ। কিন্তু জিয়াছ! দুদিনৰ পাছতে দেউতাকৰ দৰে স্বেচ্ছাচাৰিতা আৰম্ভ কৰিলে।

* * *

মৰ্ত্ত্য ৰাজ্যত কোন সেইবোৰ? সেইবোৰেই মনুষ্য নেকি? পশুতকৈ অধম, দায়িত্বহীন এই জাতি, মৰতত ইহঁতৰ উদ্ভৱে কিয়? মৰ্ত্ত্যৰ পৰা ধ্বংস কৰিব লাগিব মনুষ্যক। মনুষ্যৰ ঠাইত আন এবিধ জীৱ লাগে, এয়েই মই বিচাৰো। মৰ্ত্ত্যত মনুষ্য থাকে মানে মোৰ সোণৰ স্বৰ্গ ৰাজ্যৰ পৰা অগৌৰবৰ কালিমা মচ নাখায়। মৰ্ত্ত্যলোকৰ মনুষ্য, সাজু হোৱা ধ্বংসৰ বাবে, স্বৰ্গৰাজ জিয়াছৰ প্ৰতিজ্ঞা অতি ভীষণ, অতি কঠোৰ! তোমাক ধ্বংস কৰিবলৈ সৰগৰ ৰজা জিয়াছে প্ৰতিজ্ঞা কৰিছে, সাৱধান হোৱা!

* * *

"দুৰ্ভগীয়া মনুষ্য ! অজ্ঞান এন্ধাৰত পৰি আছা ! চকু থাকিও তুমি অন্ধ। কাণ থাকিও তুমি কলা। আছা তুমি পশু পক্ষীৰ দৰে অন্ধকাৰ অপৰিষ্কাৰ খোৰোঙত, তোমাৰ মনত নাই আশা, প্ৰাণত নাই উৎসাহ। তুমি নিৰ্জীৱ নিস্পন্দ, তোমাক দিব লাগিব জ্ঞান, তোমাক দিব লাগিব চৈতন্য। এয়ে মোৰ জীৱনৰ ব্ৰত।" এই সঙ্কল্প কৰিলে প্ৰমেথিয়াছ। মৰ্ত্ত্যবাসীৰ শোচনীয় অৱস্থা দেখি তেওঁৰ অন্তৰ কান্দি উঠিল।

পতিতক উদ্ধাৰ কৰা, তাপিতক শান্তি দিয়া, দুখীয়াৰ দুখ গুচোৱা, এয়ে যে প্ৰকৃত ধৰ্ম্ম। ইয়াৰ বাবে লাগে আত্ম-বলিদান পতিত মনুষ্য জাতিক উদ্ধাৰ কৰিবলৈ সৰগৰ পৰা নামিল দেৱতা প্ৰমেথিয়াছ মৰতলৈ, হাতত এদাল নল। তাৰ পাৰত সুমুৱাই আনিছে আচৰিত জুইৰ ফিৰিঙতি, এইদৰে মানুহৰ ওচৰ চাপিল।

মানুহৰ লগত থাকি কৰিলে মানুহৰ মন ওখ, বিলাই দিলে মানুহক নলৰ পাৰত অনা অগ্নিশিখা, ই যে যেই সেই অগ্নিশিখা নহয়,— ই যে সকলো-শিল্প-কলাৰ জননী অগ্নি-শিখা ! এই অগ্নি-শিখাৰ পোহৰ পাই, মানুহে পালে জ্ঞান, প্ৰাণত পালে আশা, অন্তৰত আহিল উৎসাহ আৰু উদ্যমৰ প্লাৱন। প্ৰমেথিয়াছৰ উপদেশ মতে চলি মানুহ হল উন্নত। এতিয়া আৰু পশু পক্ষীৰ দৰে মানুহ খোৰোঙত নাই, সাজি লৈছে অট্টালিকা।

এতিয়া পাইছে অস্ত্ৰ, পৃথিবীৰ গৰ্ভৰপৰা উলিয়াই লৈছে মানুহে সোণ, ৰূপ আৰু লো। মানুহে বশ কৰিব বিচাৰিছে প্ৰকৃতিক, বনৰ জীৱ জন্তুৰ ভয়ত এদিন যি মানুহে ভয়ত আতুৰ হৈ হাতৰ মুঠিত জীৱ লৈ পলাই ফুৰিব লগীয়া হৈছিল আজি মানুহৰ ভয়ত বনৰ ৰজা সিংহ পলাই ফুৰিছে। মানুহ যে মৰ্ত্ত্যৰ ৰজা, মানুহৰ সুখ যোগাৰ লাগিব প্ৰকৃতিয়ে, বনৰ জীৱ জন্তুৱে, যি সাগৰ দেখি মানুহ এদিন ভয়ত কম্পমান আছিল আজি প্ৰমেথিয়াছৰ স্পৰ্শত সেই সাগৰ মানুহৰ ভৰিৰ তলুৱাত— সাগৰত চলাইছে নাও, জাহাজ।

প্ৰমেথিয়াছে শিকালে তেওঁলোকক বৰ্ণমালা, আৰু সংখ্যা, মনৰ কথা লিখি থৈ যাব পাৰিব ভবিষ্যত বংশধৰ সকললৈ, অতীত আৰু ভবিষ্যতক বৰ্ত্তমানৰ মাজেদি একতা সূত্ৰত গুথি বিৰাট মনুষ্য জাতিৰ চিন্তাধাৰাৰ যাতে ঐক্য সাধিব পাৰি। চন্দ্ৰ সূৰ্য্যৰ গতি নিৰীক্ষণ কৰি দিন মাহ বছৰ গণাৰ সঙ্কেত পালে প্ৰমেথিয়াছৰ পৰা। বেমাৰ হলে মানুহ মৰে, পালে উপায় ইয়াতো। বেমাৰকো কিছু বশ কৰিব পাৰি, ইয়াৰ পৰাও কিছু পৰিমাণে ৰক্ষা পাব পাৰি, মানুহৰ মন আনন্দত নাচি উঠিল। চলিল এইদৰে কিছুদিন্। অন্তৰত অনন্ত বাসনা, অতৃপ্ত আকাঙ্ক্ষা লৈ মানুহ চলে কেনেকৈ ? আৰু লাগে, আৰু লাগে, মন বলীয়া হৈ উঠিল। সীমাহীন, অনন্তকো ভাবিবলৈ মন মেলিলে।

* * *

"মৰতৰ এই ঘৃণনীয় মানুহবোৰ ইমান উন্নত হৈ পৰিল! ইহঁতে দেখোন এতিয়া মোকো চেৰ পেলায়।" স্বৰ্গৰাজ জিয়াছৰ অন্তৰ হিংসাত দেই পুৰিবলৈ ধৰিলে।

কোনে মোৰ ইচ্ছাৰ বিৰুদ্ধে কাম কৰি মোৰ প্ৰতিজ্ঞা ব্যৰ্থ কৰালে? প্ৰমেথিয়াছে! যা, প্ৰমেথিয়াছক স্কাইথিয়াৰ হাবিত বান্ধি থৈ আহ।" খণ্ডত বলীয়া জিয়াছৰ এই আদেশ শুনি স্বৰ্গৰাজ্য স্তম্ভিত হল। অলিম্পিয়াৰ দেৱতা সকল ভয়ত বিহ্বল হল।

* * *

ৰেলি উঠিল। ৰেলিৰ পোহৰ পৰিল কাস্পিয়ান সাগৰৰ দাঁতিত থকা স্কাইথিয়াৰ হাবিতো। ই কি! এই জন প্ৰাণহীন অৰণ্যৰ প্ৰকাণ্ড শিল এটাৰ ওপৰত যে আজি চাৰিটি প্ৰাণী কিয়? দুজন দেখোন জিয়াছৰ ৰাজদূত; প্ৰমেথিয়াছক দুয়োহাতে টানকৈ ধৰি আছে। আন জন? তেওঁ হৈছে ৰজাৰ মিস্ত্ৰি হেফিষ্টাছ; তেওঁৰ হাতত হাতুৰী আৰু মিস্ত্ৰিৰ আন আন সঁজুলি। মুখত দোখোৰ মোখোৰ ভাৱ। কেনেকৈনো মৰমৰ প্ৰমেথিয়াছক বান্ধি থোৱা যায়! ৰজাৰ এই নিৰ্ম্মম আদেশ শুনো

কেনেকৈ ? জ্ঞানী, বিচক্ষণ সাধু সাধু প্ৰকৃতিৰ এই প্ৰমেথিয়াছক নো কি সতেৰে বান্ধি থওঁ ? সহানুভূতি আৰু প্ৰেমত হিয়া পমি গল।

"আপুনি কাম কৰিব নে নকৰে ?" অৰণ্য কঁপি উঠিল ৰাজদূতৰ কঠোৰ মাতত, হেফিষ্টাছ চক খাই উঠিল। ৰজাৰ ভয়ত কৰোঁ-নকৰোঁকৈ আগবাঢ়ি আহিল কাষলৈ। তেওঁ কবলৈ ধৰিলে "হে পণ্ডিত প্ৰবৰ, হে সাধু প্ৰমেথিয়াছ অনিচ্ছা সত্বেও আজি লাগিছো এই নিৰ্ম্মম কামত। জন-প্ৰাণী-হীন এই অৰণ্যত নিৰ্দ্দয় ভাৱে আপোনাক বান্ধি থৈ যাম। ইয়াত নুশুনে আপুনি কাৰো মাত, নেদেখে কাৰো মুখ। আপোনাৰ সঙ্গী হব ৰাতিৰ গভীৰ নিস্তব্ধতা, দিনত সূৰ্য্যৰ অগ্নিৰ তাপৰ দৰে প্ৰখৰ কিৰণ ; আপোনাৰ মুক্তিদাতা এতিয়াও জন্ম গ্ৰহণ কৰা নাই।"

* * *

খট্ খট্, খটং খট ! স্কাইথিয়াৰ হাবিয়ে প্ৰতিধ্বনি কৰিলে খট্, খট্, খটং খট ! নিৰ্দ্দয় হাতুৰীৰ কোব চলিবলৈ ধৰিলে। প্ৰতিধ্বনিত স্কাইথিয়াৰ অৰণ্যত খলকণি লাগিল। ভয়ত চৰাই চিৰিকতিবোৰ উৰি পলাল।

প্ৰমোথয়াছ ! তুমি মৰতৰ মনুষ্যক উদ্ধাৰ কৰিবলৈ গৈছিলা, দেৱতা হৈ, ঘৃণনীয় মনুষ্যক তুমি দিলা জ্ঞান। মনুষ্যৰ অন্তৰত জগালা অতৃপ্ত আকাঙ্ক্ষা ! ইয়াৰ বাবে লোৱা পুৰস্কাৰ এই লোহৰ শিকলী ! আজি তোমাৰ হাত ভৰি লোৰ শিকলিৰে শিলটোৰ লগত কপ্‌কপীয়াকৈ বন্ধা। উস্ জোণ্ডা শলখাৰে বুকুফুটাই শিলটোত শালি থোৱা হৈছে, লৰচৰ কৰিবৰ শকতি যে নাই ! উহুহু ! কি যন্ত্ৰণা, কি অত্যাচাৰ ! প্ৰমেথিয়াছে নিজৰ ভাগ্যক ধিয়াই পৃথিবী সাগৰ আকাশ সকলোকে লক্ষ্য কৰি বিনাবলৈ ধৰিলে। তেওঁৰ কৰুণ বিননি আকাশ পাতাল বিয়পি পৰিল।

এনেতে এটা ভীষণ শব্দ। প্ৰকাণ্ড চৰাই এটা যেন উৰি আহিছে ! তাৰ ঠোঁকাৰ শব্দ ! আৰু কিবা নতুন উপায়েৰে নিৰ্য্যাতনৰ আয়োজন ! প্ৰমেথিয়াছৰ গা শিঙৰি উঠিল। প্ৰমেথিয়াছ তোমাৰ খাবলা ভুল !

সাগৰৰ জলকুঁৱৰী সকল যে আহিছে তোমাক সান্ত্বনা দিবলৈ! হাঁতুৰীৰ শব্দত চকুখাই ভূ লবলৈ আহিছে তোমাৰ! ৰথ থামিল। সুন্দৰী জলকুঁৱৰী সকল আহিল। আহিল তেওঁৰ কাষলৈ। বেৰি ধৰি সুধিবলৈ ধৰিলে দুখৰ কথা, সহানুভূতিত তেওঁলোকৰ অন্তৰ পমি গল। প্ৰমেথিয়াছে নো কি কব? কৰিবলৈ ধৰিলে কেৱল প্ৰতিবাদ জিয়াছৰ অত্যাচাৰৰ।

"আমি জানো স্বৰ্গৰ নিয়মৰ কথা স্বৰ্গৰ নিয়ম কঠুৱা, আপুনি কওক আপোনাৰ নিৰ্য্যাতনৰ কাৰণ।" এইদৰে বুজালে জলকুঁৱৰী সকলে। প্ৰমেথিয়াছে তেতিয়া ভাঙি পাতি কলে। তেওঁ কেনেকৈ সহায় কৰিছিল জিয়াছক ৰাজ্য-প্ৰাপ্তিত, কেনেকৈ তেওঁ মৰতৰ মনুষ্য-সকলক ধ্বংস কৰিবৰ প্ৰতিজ্ঞা ব্যৰ্থ কৰি মনুষ্যক দিলে জ্ঞানৰ পোহৰ।

কি! মনুষ্যক দিছে জ্ঞানৰ পোহৰ! প্ৰমেথিয়াছৰেই যে দোষ হৈছিল, ভাবিলে জলকুঁৱৰীসকলে। তথাপিও এই শাস্তি যে বৰ কঠোৰ! প্ৰমেথিয়াছৰ মুক্তিৰ পথ তেওঁলোকে আলচিব ধৰিলে।

* * *

অসহ্য যাতনাত প্ৰমেথিয়াছে ছাটি ফুটি কৰিবলৈ ধৰিলৈ। তাকে দেখি কুঁৱৰী সকলৰ নাৰী হৃদয় পমি গল; চকুৰ পৰা সৰ্ সৰকৈ চকুলো কোমল গালৰ ওপৰেদি নিজৰাৰ দৰে বব ধৰিলে। তেওঁলোকে সান্ত্বনাৰ সুৰেৰে গান গাই গাই কবলৈ ধৰিলে,—"প্ৰমেথিয়াছ, আপোনাৰ দুঃখ দেখি আমি চকুলো টুকিছোঁ। যিয়েই আপোনাৰ শাস্তিৰ কথা শুনিছে সিয়েই আপোনাৰ কাৰণে দুঃখ কৰিছে। গোটেই জগত আপোনাৰ দুঃখত দুখী, আন কি, সাগৰ আৰু নদীয়েও আপোনাৰ দুখত কাতৰ হৈ, ইনাই-বিনাই অন্তৰৰ দুঃখ খুলি শোক গীত জুৰিছে।"

সমবেদনাত প্ৰমেথিয়াছে যাতনাৰ কিছু উপশম পালে। কিছু সময় দুখিৰ হৈ ভলকা মাৰি বল আৰু শেষত এটি দীঘল হমুনিয়াহ কাঢ়ি কলে,—"দেৱীসকল, আপোনালোকে নাভাবিব যে মোৰ গৌৰৱ [illegible]

হোৱা বাবে এনেকৈ ইনাই-বিনাই কান্দিছো। মই অনায়াসে সকলো অত্যাচাৰ সহিব পাৰিলো হেতেন, কিন্তু ইমান উপকাৰ এক মুহূৰ্ত্তৰ ভিতৰতেই জিয়াছে পাহৰি পেলালে, এয়েই মোৰ যন্ত্ৰণা আৰু বেছি কৰি তুলিছে। মনুষ্য জাতিক ধ্বংসৰ পথৰ পৰা উদ্ধাৰ কৰিলোঁ, এয়ে মোৰ দোষ।

প্ৰমেথিয়াছৰ কথা শুনি, কুঁৱৰীসকলৰ কোমল হিয়া আৰু কুমলিল। কলে—"ইয়াৰ পৰা মুক্ত হলে এদিনাখন আপুনি জিয়াছতকৈও বেছি পৰাক্ৰমী হব পাৰিব। প্ৰমেথিয়াছে উত্তৰ দিলে,—"বল প্ৰয়োগৰ কোনো প্ৰয়োজন নাই। জিয়াছে নিজৰ পৰাজয় নিজে মাতি আনিব। এই বুলি তেওঁ এটি গুপ্ত ৰহস্যৰ উল্লেখ কৰিলে আৰু কলে—"এই কথাৰ সম্ভেদ কেৱল মইহে পাওঁ আৰু ইয়াৰ দ্বাৰাই মই এদিন জিয়াছৰ পৰা মুক্তি আদায় কৰিম। জল দেৱীসকলে এই আচৰিত গোপন কথাটো জানিবলৈ বৰ ইচ্ছুক হৈ পৰিল, কিন্তু এই গুপ্ত ৰহস্য প্ৰকাশৰ সময় এতিয়াও যে অহা নাই।

স্বৰ্গৰজাৰ ভবিষ্যৎ পদচ্যুতিৰ আশঙ্কা কৰি আৰু মৰ্ত্ত্যবাসীক ইমান ওখ আসন দিয়া দেখি, কুঁৱৰী সকলৰ মন ঘূৰিলে আৰু আগেয়ে প্ৰমেথিয়াছক সহানুভূতি দেখুৱাই জিয়াছৰ ওপৰত দোষাৰোপ কৰাত তেওঁলোকে দুখ প্ৰকাশ কৰিবলৈ ধৰিলে। প্ৰমেথিয়াছৰ ওপৰত খং উঠিল আৰু কলে—"প্ৰমেথিয়াছ, আপুনি অকৃতজ্ঞ, আপুনি বিশ্বাস-ঘাতক, দেৱতা হৈ দেৱতাক এৰি আপুনি পতিত মনুষ্য জাতিক উদ্ধাৰ কৰিবলৈ গৈছে। আপুনি ৰাজদ্ৰোহী। আপুনি জানিও বিয় নজনা হৈছে এই মনুষ্যজাতি কিমান দুৰ্ব্বল আৰু ইহঁতৰ জীৱন সপোনৰ দৰে, নাইবা পানীৰ বুৰ বুৰণিৰ দৰে ক্ষণস্থায়ী আৰু মিছা।

তাৰ পাছত সকলোটি কিছু সময় তলকা মাৰি বল। প্ৰমেথিয়াছে প্ৰথমতে মুখ মেলিলে আৰু উত্তেজিত ভাবত, বুকু কিম্বাই আংশিকভাবে গোপন কথা প্ৰকাশ কৰিলে। "এনে এটি দিন আহিব, যি দিনা জিয়াছে [illegible] কৰিবলৈ বাধ্য হব, আৰু তাৰ লগে লগে

তেওঁৰ গৌৰৱ আৰু শক্তিৰ লাঘৱ হ'ব। তেওঁ অলপতে এজনী কুঁৱৰী বিয়া কৰিব আৰু তেওঁৰ গৰ্ভত যিটো লৰাৰ জন্ম হ'ব, তেওঁৱেই জিয়াছক পৰাস্ত কৰিব। এই দশাৰ পৰা হাত সাৰিবৰ উপায় কেৱল মইহে দিব পাৰোঁ।"

শিকলীৰ বান্ধোনত থাকিও মুখত এইদৰে উত্তেজিত আৰু অসংযত ভাষা! চক খাই উঠিল কুঁৱৰী সকল! "প্ৰমেথিয়াছ, এৰা এইবোৰ, লোৱা শৰণ জিয়াছত, নহলে যে তোমাৰ বাবে আৰু কঠোৰ নিৰ্য্যাতন বাট চাই আছে। এতিয়াও সময় আছে, প্ৰমেথিয়াছ, ভাবি চোৱা এবাৰ, কিয় এইবোৰ, নিৰ্য্যাতন ভোগ কৰা।"

"কি নিৰ্য্যাতন! আহক, জিয়াছ তাৰ সকলো শক্তি লৈ, আহক তাৰ নিৰ্য্যাতনৰ সকলো অস্ত্ৰ লৈ! আপোনালোকে সঠিককৈ জানক, তেওঁৰ আৰু সৰহ দিন নাই! ৰাজপাট ভোগৰ দিনৰ শেষ চাপি আহিছে। জানি লওক, আপোনালোকে, এই অন্যায়, এই অত্যাচাৰৰ এদিন অন্ত পৰিব।"

স্কাইথীয়াৰ অৰণ্যত, শিকলীৰে বান্ধি থোৱা প্ৰমেথিয়াছৰ এতিয়াও দৰ্প চূৰ্ণ হোৱা নাই! এতিয়াও দম্ভ! জিয়াছৰ কাণত পৰিল তেওঁৰ কথা। খঙত অধীৰ হ'ল জিয়াছ। "হাৰমিছ, যোৱা এতিয়াই, প্ৰমেথিয়াছে যদি কথা ঘূৰাই নলয়, নাইবা মোৰ শৰণ লৈ গুপ্ত ৰহস্যৰ সম্ভেদ নিদিয়ে, তেন্তে আৰু কঠোৰ শাস্তিৰ বিধান কৰা হ'ব বুলি কোৱা গৈ।"

হাৰামিছ আহিল প্ৰমেথিয়াছৰ ওচৰলৈ। বিশ্বাসঘাতক ৰাজদ্ৰোহী বুলি কটুক্তি কৰিও নাপালে গুপ্ত ৰহস্যৰ সম্ভেদ। কৰলৈ ধৰিলে হাৰমিছে—"শুনা, প্ৰমেথিয়াছ, তোমাক এতিয়াও সময় দিয়া হৈছে, তুমি হয় জিয়াছত শৰণ লৈ গুপ্ত ৰহস্য প্ৰকাশ কৰা, নহলে শুনা প্ৰমেথিয়াছ, ভবিষ্যৎ তোমাৰ বাবে কি দৰে নিৰ্য্যাতনৰ তীব্ৰ অস্ত্ৰ দাঙি থিয় দি আছে! দেখিছা তোমাক বান্ধি থোৱা এই প্ৰকাণ্ড শিল, এই শিলটোৰে সৈতে তোমাক পেলোৱা হ'ব অতল-স্পৰ্শী গহ্বৰত, তাত

দোৰ্ঘোৰ এন্ধাৰ ; তাত কিছুদিন পচাৰ পাছত পুনৰ অনা হব পোহৰলৈ। তেতিয়া, তেতিয়া! জিয়াছৰ ঈগল চৰাইটো দেখিছা নহয়। সি আহি দিনৌ তোমাৰ বুকুখন খুঁকি খুঁকি খাব। দিনত খুঁকি খোৱা বুকু ৰাতি পুনৰ পূৰ হৈ উঠিব। পিছ দিনা আকৌ সেই ঈগল আহি বুকুখন খুঁকিব, এইদৰে চলিয়েই থাকিব যেতিয়ালৈকে তুমি সৈমান নোহোৱা।”

এইবুলি হাৰমিছে অলপ আগুৱাই গল কিজানি প্ৰমেথিয়াছে এই ভীষণ যন্ত্ৰণাৰ কথা শুনি ভয় খায়েই। কিন্তু প্ৰমেথিয়াছে পাহৰিছে ভয়, পাহৰিছে দুখ। তেওঁৰ প্ৰতিজ্ঞা পৰ্ব্বতৰ দৰে অচল অটল। মন আৰু ডাঠ হল। মন আৰু শৰীৰৰ সকলো শক্তি লগ লগাই উত্তৰ দিছে—“যা, তইঁতে যি ইচ্ছা তাকে কৰ, পাতালৰ অন্ধকূপতে পেলা নাইবা ঈগলৰ হতুৱাই বুকু খুৱাই যন্ত্ৰণা দে, সৃষ্টি উলটিলেও মোৰ প্ৰতিজ্ঞাৰ এডাল চুলিবো চুলিবো ইফাল সিফাল নহয়।’

● ● ●

হাৰমিছ গুছি গ’ল। অলপ পাছতেই হঠাৎ পৃথিবী ভীষণভাৱে কঁপি উঠিল। সকলো পিনৰ পৰা প্ৰলয়ৰ ঘোৰ গৰ্জ্জন! প্ৰমেথিয়াছ শিলটোৰ সৈতে অতল গহ্বৰত পৰিল। হাৰমিছৰ কথা আখৰে আখৰে ফলিল। এইদৰে অশেষ অত্যাচাৰ আৰু জ্বালাযন্ত্ৰনাৰ মাজেদি, প্ৰমেথিয়াছে দিন কটাবলৈ ধৰিলে। মাহৰ পাছত মাহ, বছৰৰ পাছত বছৰ, অশেষ যন্ত্ৰণা জৰ্জ্জৰিত প্ৰমেথিয়াছৰ ওপৰেদি বাগৰি গল, তথাপিও প্ৰমেথিয়াছৰ মন নলৰিল। আকৌ অনা হল পোহৰলৈ। তাৰ পাছত সেই ঈগল চৰাইয়ে বুকু খুঁকি খুঁকি খাইছে। তথাপিও তেওঁ অচল অটল।

● ● ●

আজি প্ৰমেথিয়াছে ওবে দিনটো ঈগলৰ অত্যাচাৰ সহ্য কৰি, বুকুৰ পোৰণিত, লাল কাল হৈ পৰিল, অৰুণ চকু আগোৱা আঙুলি

মুদ খাই আছিল। হঠাতে এটা ভাঙৰ শব্দ কাণত পৰিল। চকু মেলি দেখে, সমুখত থিয় এজন যেন দেৱ পুৰুষ। তেওঁৰ দৃষ্টিত সহানুভূতি আৰু মৰম। ই কি কোনো দেৱতাৰ ছলনা নেকি? ই কি তেওঁৰ হাতত যে সেই গদা, গাত যে সেই সিংহৰ ছাল, ধেনুখনো যে চিনি পাওঁ!

প্ৰমেথিয়াছ ই ছলনা নহয়। মুক্তিৰ সময় ওচৰ চাপি আহিছে, মুক্তিদাতা যে তোমাৰ সমুখত থিয়। এওঁ যে হাৰকিউলিছ! শিকলীৰ বান্ধোনত থকা প্ৰমেথিয়াছৰ মন আনন্দত নাচি উঠিল; এইদৰে শৃঙ্খলৰ ভাৰত ব্যথিত, নিৰ্য্যাতনত তাপিত—কাষত বহি হাৰকিউলিছে ওৰে ৰাতি ভৱিষ্যতৰ কথা পাতিবলৈ ধৰিলে। লাহে লাহে পুৱা হল। আকৌ ঈগল আহিল, প্ৰমেথিয়াছৰ বুকুত উঠি ধপ-ধপাই খুকিবলৈ সাজু হল। কিন্তু ইকি কাণ্ড? হাৰকিউলিছৰ বাণত যে জিয়াছৰ পৰাক্ৰমী ঈগল আজি ধূলিত বাগৰি পৰিল। দূৰৰ পৰ্ব্বত এটাৰ পৰা চাই আছিল হাৰমিছে। তেওঁ লৰি আহিল গোপন-কথা গোপন কথা বুলি চিঞৰি। ইমান দিন উমনি দি ৰখা গুপ্ত ৰহস্যৰ আজি সন্ধেদ ভাঙি দিলে প্ৰমেথিয়াছে। তেওঁ কলে—"জিয়াছে বিয়া কৰিবলৈ বিচাৰিছে জলকুঁৱৰী থেটিছক। যদি বিয়া কৰায়, থেটিছৰ গৰ্ভত ৰজাৰ এঠি লৰা হব। আৰু এই লৰাটিয়েই জিয়াছক খেদি ৰাজ্য লব।

এই গুপ্ত ৰহস্য প্ৰকাশ কৰা মাত্ৰকে হাৰমিছে স্পৰ্শ কৰিলে তেওঁৰ মন্ত্ৰৰ লাঠিদালেৰে। আৰু সেই মুহূৰ্ত্ততেই জন জন কৈ লোৰ শিকলিবোৰ ভাঙি চুৰমাৰ হৈ গল। প্ৰমেথিয়াছ সম্পূৰ্ণতে সুস্থ হৈ পূৰ্ব্বৰ যৌৱন আৰু সৌন্দৰ্য্য ভৰা হৃষ্ট-পুষ্ট শৰীৰেৰে থিয় দি উঠিল।

প্ৰমেথিয়াছ, আহক আপুনি, চিৰশান্তিৰ ঠাইলৈ আপোনাক লৈ যাওঁ, আহক তালৈ। তাত আপোনাৰ ভ্ৰাতৃসকলে যি চিৰ শান্তি ভোগ কৰি আছে তাত আপোনাৰ বাবে এখন আসন বহু দিনৰ পৰা সজাই থোৱা হৈছে। হাতত ধৰি হাৰমিছে কলে। সত্যৰ জয় জগতত ঘোষিত হল।

এয়ে গ্ৰীক্ সাহিত্যিক এস্কিলাছৰ অমৰ নাটৰ শিকলিৰ বান্ধোনত প্ৰমেথিয়াছৰ ( Prometheus bound ) সাৰমৰ্ম। জগতে হেৰুৱালে তেওঁৰ ৰচনা 'মুক্ত প্ৰমেথিয়াছ' ( Prometheus unbound ) কিন্তু ইংৰাজ কবি শ্যেলীৰ ৰচনাই সেই অভাৱ পূৰাইছে।

বাঁহী ২৩শ বছৰ ২য় সংখ্যা।

# উন্নতিৰ বাটত বুৰঞ্জীৰ পোহৰ

শ্ৰীঅমিয়কুমাৰ দাস

বৰ্ত্তমানৰ যুগ হৈছে নৱজাগৰণৰ যুগ। চাৰিওফালে সকলোৱে উন্নতিৰ বাটত কেনেকৈ আগবাঢ়িব পাৰে তাৰ কাৰে কামত লাগিছে। সেইকাৰণে আজিকালি বুৰঞ্জী পঢ়ালৈ মানুহৰ ধাউতি বহুতো বাঢ়িছে। উন্নতিৰ বাটত আগবাঢ়িবলৈ হলে অতীত সম্পৰ্কে স্পষ্ট ধাৰণাৰ প্ৰয়োজন বুলি মানুহে এতিয়া বুজি পাইছে। অতীতত মানব জাতিৰ অভিজ্ঞতাৰ পৰা আমি কি শিক্ষা পাব পাৰো, এই কাৰণে অতীতৰ এটা মূল্য আছে। কাৰণ অতীত যুগত আমাৰ পূৰ্ব্বপুৰুষসকলে কেনেকৈ কাম কৰি কি অসুবিধা পাইছিল, কি দুখত পৰিছিল, আমি কেনেকৈ তেওঁলোকে পৰা বিপদৰ হাতৰপৰা সাৰিব পাৰো, সেইটো বুৰঞ্জীতেই পাওঁ।

এজন সাহিত্যিকে মানুহৰ সংজ্ঞা দিওঁতে কৈছিল—"মানুহ বুৰঞ্জী জনা এটি জীৱ।" পথাৰত চৰি থকা জীৱবিলাকে নিজৰ শাৰীৰিক অভিজ্ঞতাৰপৰাই শিকে, তাকো গোটেইবোৰ কথা মনত ৰাখিব নোৱাৰে ; প্ৰায়খিনি কথাই পাহৰে। পৃথিবীৰ জীৱসকলৰ ভিতৰত মানুহেই নিজৰ সমসাময়িক কথাৰ আৰু পূৰ্ব্বপুৰুষসকলৰ কাৰ্য্য-কলাপ লিপিবদ্ধ কৰি থয় ; আৰু তেওঁলোকৰ অভিজ্ঞতাৰপৰা শিক্ষা লাভ কৰে। বুৰঞ্জী সাহিত্য এতিয়া ইমান জনপ্ৰিয় হোৱাৰ আৰু এটা প্ৰধান কাৰণ হৈছে যে এই বিংশ শতাব্দীত নতুনকৈ বুৰঞ্জী লিখা হৈছে। এতিয়া ভাৱৰাজ্যত নতুন পোহৰ পৰিছে, এই পোহৰত মানুহে সকলো ঘটনাৱলী নতুন চকুৰে চাবলৈ শিকিছে। বিদ্যমানৰ কালৰপৰা সকলো কথা সমালোচনা কৰিব ধৰিছে। প্ৰাচীন যুগৰ মানুহে যিদৰে ঘটনাৱলীৰ বিবৰণ দিছে, সেইদৰে সকলো কথা ঘটা নাছিল বুলি এতিয়া উপলব্ধি কৰিব পাৰিছে। সেই যুগত পক্ষপাতিতা,

কুসংস্কাৰৰ ছাঁ সকলো পুথিতেই নপৰা নহয়। বজাবৰীয়া, নবী—আনকি, বিখ্যাত গ্ৰন্থাদিতো এই ছাঁ পৰিছিল। ৰোমান কেথলিক হলে প্ৰটেষ্টাণ্টৰ সম্পৰ্কে কিবা লেখোতে, তেওঁৰ মনৰ কুসংস্কাৰ, পক্ষপাতিতা পুথিত নপৰাকৈ থকা নাই। পাছৰ যুগৰ বুৰঞ্জীলিখক-সকলে হয় ইচ্ছা কৰি, নহলে নজনাত পূৰ্ব্বৰ গ্ৰন্থবিলাকৰ ভুল ব্যাখ্যা কৰিছিল। লিখকৰ নিজৰ মতামতৰ উপযোগী কৰি লিখিছিল।

ইংৰাজ কবি বাইৰণে এটা কথা কৈছিল—'কবি হোমাৰৰ ওচৰত ট্ৰয় দেশখন ঋণী, যিদৰে হুইষ্ট খেল হুইলৰৰ ওচৰত ঋণী।' কোনো মানুহৰ মৃত্যুৰ পাছত খ্যাতি নিৰ্ভৰ কৰে, গুৰলাকৈ লিখিব পৰা গ্ৰন্থকাৰৰ ওপৰত। বুৰঞ্জী কবিতাৰ ছন্দত লুকায়। প্ৰাচীন লীডিয়াৰ ৰজা ক্ৰীছাছৰও কথা আমি এটা ঘটনাৰ বাবে মনত পেলাও—'মানৰ জীৱনৰ সুখ ক্ষণস্থায়ী', এই কথাষাৰ বুজাওতে ৰজা ক্ৰীছাছৰ কথা আমি শুনিবলৈ পাওঁ। ক্লিওপেট্ৰা এজনী হৃদয়বিহীনা 'পতিতা ৰমণী' মাথোন। ইত্যাদি।

বুৰঞ্জী কি? ৰজা মহাৰজা আৰু ডাঙৰ ডাঙৰ লোকসকলৰ ৰাজ্য লুণ্ঠনৰ কাহিনী মাথোন। পৰৰাজ্য হৰণ, আন ৰাজ্যৰ সুন্দৰী ৰাণীৰ ওচৰত প্ৰেম নিবেদন—বুৰঞ্জীত ইয়াৰেই বিৱৰণ মাথোন আছিল। ৰজাৰ মন গল এই ঠাইৰপৰা ৰাজধানী আতৰাই আন ঠাইলৈ নিবলৈ, সেইবাবে গোটেই নগৰবাসীৰ লটিঘটি হল। ৰজাসকলৰ স্বাৰ্থপৰতা, তেওঁলোকৰ বলিয়ালিৰ কাহিনী আমি বুৰঞ্জীত পঢ়িবলৈ পাওঁ। এতিয়া সেই যুগ পাৰ হল,—যি নতুন বুৰঞ্জী সাহিত্য গঢ়ি উঠিছে, তাত ৰজাসকলৰ মইমতালিক প্ৰাধান্য দিয়া নহয়। সেইযুগৰ মানৰ জাতিৰ প্ৰাণৰ কথা বুজিবলৈকে বুৰঞ্জী সাহিত্যই যত্ন কৰিছে। মানৱ জীৱন সম্পৰ্কে সেই যুগৰ মানুহৰ ধাৰণা, ধৰ্ম্ম, সমাজ, ৰাষ্ট্ৰ সম্পৰ্কে তেওঁলোকৰ ভাৱ হৈছে নতুন যুগৰ বুৰঞ্জী সাহিত্যৰ বিষয়। ৰাজকুঁৱৰীৰ প্ৰণয় কাহিনী পঢ়িবলৈ বৰ্ত্তমান যুগৰ পাঠকৰ ৰুচি নাই। মানৱ মনেই হৈছে অধ্যয়নৰ ডাঙৰ এটা বিষয়, ই উপন্যাসতকৈও মনোৰম।

হাজাৰ হাজাৰ বছৰ পূৰ্ব্বতে চীনদেশৰ "মিষ্টিকসকলে" (Mystics) উপলব্ধি কৰিছিল যে এই বিশ্বব্ৰহ্মাণ্ডখন এখন ডাঙৰ নৈৰ দৰে, কোনোবা অজান ঠাইত ইয়াৰ উৎপত্তি হৈ কোনেও নেদেখা ঠাইলে যায়। তেওঁলোকে ইয়াক কলে ( Tao )—অদৃষ্টৰ গতি কোনেও ঘূৰাব নোৱাৰে, অদৃষ্টই সকলোকে উটাই লৈ যায়। এই যুগত মানুহে বিশ্বাস কৰে যে অদৃষ্ট তেওঁৰ হাতৰ মুঠিত সম্পূৰ্ণতে নহলেও কিছু পৰিমাণে তেওঁৰ ইয়াৰ পৰিচালনা কৰিব পাৰে। আজি মানুহ নিজেই নিজৰ জীৱন-কাব্যৰ নায়ক হৈছে। আমি কিহৰপৰা আৰম্ভ কৰি এইখিনি পালোহি, আমিনো কলৈ এইদৰে সংগ্ৰাম কৰি যাব ধৰিছোঁ, অতলস্পৰ্শী এন্ধাৰৰ গহ্বৰলৈ নে, অনন্ত পোহৰৰ ৰাজ্যলৈ ?

এতিয়া বুৰঞ্জীৰ এয়ে সমস্যা, বিজ্ঞান বোলা, পুৰাণ বোলা, ধৰ্ম্ম বোলা—সকলোৱেই আজি ঐক্যৰ ফালে খোজ লৈছে। ভবিষ্যতলৈনো কি হব, এই সম্পৰ্কে আনৰ ব্যাখ্যা জানিবৰ একো সকাম নাই। অতীতৰ বুৰঞ্জী পঢ়া, বৰ্ত্তমানৰ বুৰঞ্জী পঢ়া, তাৰ পাছত নিজৰ বুদ্ধিৰে বিচাৰ কৰা ভবিষ্যত কিদৰে হব।

যি মানুহে বুৰঞ্জী নজনাকৈ কামত লাগে, তেওঁ নিজলৈ আৰু নিজৰ বন্ধু সহকৰ্ম্মীসকললৈ বিপদ চপাই আনে মাথোন। তেওঁ বাহিৰা কথা, বাহিৰা চিন্তাৰ একো ভু-ভা নোপোৱা অকৰা অশিক্ষিতৰ দৰে। তেওঁ বিচাৰত সদায় ভুল কৰে। আমাৰ পূৰ্ব্বপুৰুষসকলে ভুল কৰি যি বিপদত পৰিছিল, তেওঁ সেই ভুল কৰি বিপদত পৰে মাথোন। অৰ্থনীতি আৰু ৰাজনীতি ক্ষেত্ৰত তেওঁ কিছুমান অসম্ভব কাম হাতত লবলৈ পৰামৰ্শ দিব। যিবোৰ কামত পূৰ্ব্বপুৰুষসকলে ভুল কৰি বহুতো ধন অপব্যয় কৰি যি অভিজ্ঞতা লাভ কৰিছিল, তেওঁ সেই অভিজ্ঞতাৰ বাতৰি নজনা বাবে ৰাজনীতিত পুনৰ সেই ভুল বাট লবলৈকে উদগাবলৈ পাছ নোহোহকে। মানুহৰ উন্নতিৰ গুবিত বুৰঞ্জী।

বহুল ভাবে চালে সকলো কিতাপেই বুৰঞ্জী। মানুহে পূৰ্ব্বতে কি কৰিছিল, কি ভাবিছিল, কিহৰ সপোন দেখিছিল, তাকে লিপিবদ্ধ

কাহিনীয়েই বুৰঞ্জী। মানুহে উন্নতিৰ বাটত খোজ লওঁতে তিনিটা ডাঙৰ খোজ লৈছিল—এই তিনিটাই সাহিত্য সম্পৰ্কীয়। সেই আদি যুগৰ মানুহে পোনতে শব্দৰ ব্যৱহাৰ উলিয়ালে। শিল আৰু লোৰ যুগৰ মানুহে—অৰ্থাৎ যি যুগত মানুহে শিল আৰু লো অস্ত্ৰ স্বৰূপে ব্যৱহাৰ কৰাটো শিকিলে—সেই যুগত আখৰ উলিয়ালে, শব্দই ৰূপ পালে বৰ্ণমালাত আৰু তৃতীয় খোজত মানুহে ছপাখানাৰে এই আখৰ ছপাবলৈ দিহা কৰিলে।

আদিযুগৰ সেই প্ৰথম খোজত শব্দৰ ব্যৱহাৰ উলিয়াই, ভাব প্ৰকাশ কৰিলে ভাষাৰে, ভাৱৰ আদান-প্ৰদান কৰি জীৱ জগতত মানুহ এখোপ ওপৰলৈ উঠিল। মানবৰ ভ্ৰাতৃত্বৰ সেয়ে সূচনা। বৰ্ণমালা আবিষ্কাৰ কৰি শিল, নাইবা গছৰ ছাল, নাইবা কাকতত নিজৰ কথাবোৰ যেতিয়া লিপিবদ্ধ কৰিলে, তেতিয়াৰ পৰা বুৰঞ্জীৰ আৰম্ভ হল। তেতিয়াৰপৰা মানুহৰ ওপৰত ভিত্তি কৰি নতুন নতুন অভিজ্ঞতা লাভ কৰি জ্ঞানৰ ওখ কাৰেংঘৰ সাজিবলৈ দিহা কৰিলে। তৃতীয় খোজত ছপাত আখৰ উলিয়াবলৈ শিকি কিতাপ প্ৰচাৰৰ সুবিধা কৰিলো ইচ্ছা কৰিলে সকলোৱে কিতাপ পঢ়িবলৈ সুবিধা পালে। জ্ঞান-ৰাজ্যত গণতন্ত্ৰৰ আৰম্ভ হল ইয়াতেই? কেইজনমানে শিক্ষা পাই অশিক্ষিত অবুজ একো নজনা অসহায় এদল গোলামৰ ওপৰত যি প্ৰভুত্ব কৰিছিল, এতিয়া তাৰ অন্ত পৰিল। জ্ঞান-ৰাজ্যৰ দুৱাৰ মুখত কিছুমানে ধন সোণ পহৰা দিয়াৰ দৰে পহৰা দি আছিল। তুমি শূদ্ৰ, তোমাৰ বেদত অধিকাৰ নাই, ই আমাৰ। এতিয়া এই নিষেধৰ অন্ত পৰিল। ছপাখানাই জ্ঞান-ৰাজ্যৰ দুৱাৰ মুকলি কৰি দিলে। ইয়াত থকা ধন সোণ বিচাৰি লবলৈ সকলোৰে সুবিধা হল। মাথোন বিচাৰি লবলৈ বুদ্ধি লাগে।

উন্নতিৰ বাটত খোজ লওঁতে মানব জাতিৰ এই তিনিটা খোজেই ডাঙৰ খোজ। উন্নতিৰ বাটত খোজ লোৱাৰ কাহিনীয়েই হৈছে বুৰঞ্জী। বুৰঞ্জীৰ পোহৰেই আমাক বাট দেখুৱাই নিব ধৰিছে।

এই পোহৰে বাট দেখুৱাই নিদিলে মানুহ এন্ধাৰত খেপিয়াই ফুৰিব লাগিব।

আমাৰ নিজৰ দেশৰ বুৰঞ্জী পঢ়িলো—এয়ে আমাৰ পক্ষে যথেষ্ট, এনে ধাৰণা যেন কোনেও নলয়। এনে এটা ভাব হলে আমি অকৰাব দৰেই হম। কোনো জাতি যিমানেই সামান্য হওক, লোকবলত যিমানেই তাকৰীয়া হওক, তেওঁলোকৰ কাহিনী এনেকুৱা তুচ্ছ নহয় যে তাৰ পৰা আমাৰ শিক্ষা পাবৰ একো নাই। সকলো জাতিৰ কথাত আমাৰ শিক্ষাৰ বাবে যথেষ্ট আছে। এই যুগত বুৰঞ্জীয়ে নতুন পোহৰ দিছে।

( বাঁহী ২৩শ বছৰ )

# মেক্সিম গোৰ্কী

"মস্তিষ্কজীবীৰ কাম কি ? তেওঁ যাইকৈ ধনীশ্ৰেণীৰ দুঃখময় জীৱনত সান্ত্বনা দিব লাগে, তেওঁলোকৰ সামান্য অতি তুচ্ছ দুখতেই সহানুভূতি দেখুৱাই সান্ত্বনা দিব লাগে। এয়ে হৈছে মস্তিষ্কজীবীৰ ডাঙৰ এটা কাম। ধনী শ্ৰেণীক নিচুকনি দিবলৈ তেৱেঁই হৈছে 'নাছ´'। ধৰ্ম্ম-শাস্ত্ৰ আৰু দৰ্শনশাস্ত্ৰ বিলাকে সমাজৰ গাত যি পোছাক পিন্ধাইছে সেই পুৰণি আৰু লেতেৰা পোছাকটো—যিটো শ শ বনুৱা আৰু খেতিয়কৰ তেজেৰে ৰাঙলী হৈছে—সেই পোছাকত ফুল তুলি নানান ৰহণ লগোৱাত তেওঁলোক ব্যস্ত থাকিব লাগে।" এই মৰ্ম্মে কছ সাহিত্যিক মেক্সিম গোৰ্কীয়ে আমেৰিকাৰ মস্তিষ্কজীৱী সকললৈ উদ্দেশ্য কৰি বাতৰি কাকতত এটি প্ৰবন্ধ লিখিছিল।

মেক্সিম গোৰ্কী এজনা খ্যাতনামা কছ সাহিত্যিক। তেওঁৰ আচল নাম এলেক্‌ছি ম্যকছিমিচ পেছকভ (Alexei Maximitch Peshzov) এইটো তেওঁৰ ছদ্মনাম। বাঁহীৰ পাঠকপাঠিকা সকলে তেওঁৰ নাম নজনা নহয়। কছ ভাষাত গোৰ্কী শব্দৰ অৰ্থ হৈছে 'তিতা'। তেওঁ বিশ্ববিদ্যালয়ৰ মুখ দেখিবলৈ পোৱা নাছিল। তেওঁৰ কাৰণে বিশ্ববিদ্যালয় আছিল জীৱনৰ কঠোৰ সংগ্ৰাম—এই বিশ্ববিদ্যালয়ে তেওঁৰ কল্পনাপ্ৰৱণ মনৰ ওপৰত দকৈ সাঁচ বহুৱালে। সেইবাবে তেওঁৰ সাহিত্যত ফুটি উঠে দুখীয়াৰ অন্তৰৰ মৰ্ম্মস্পৰ্শী কাহিনী, জুইৰ আঙনিৰ দৰে জ্বলি থকা হিয়াখনৰ অভিব্যক্তি আমি পাও তেওঁৰ সাহিত্যত। তেওঁৰ এখন কিতাপৰ (On Guard for the Soviet Union) পাতনি লিখোতে ফৰাছী সাহিত্যিক ৰোমা ৰোলাই কৈছে—"ইয়াত যুঁজৰ গোন্ধ পোৱা যায়" (They smell battle.)

তেওঁৰ জন্ম হয় ১৮৬৮ চনত—দেউতাকৰ ব্যৱসায় আছিল দেপ, তুলী, গাদী কৰা, মাক আছিল খেতিয়কৰ ছোৱালী, সকতে বাপেক

ঢুকুৱাত ককায়েকৰ লগত থাকিব লগীয়া হয়—তাত তেওঁ অলপ অচৰপ লিখিবলৈ আৰু পঢ়িবলৈ শিকে। ৯ বছৰ বয়সত এজন মুচীৰ দোকানত লিগিবাৰ কামত সোমাই পেটৰ ভাত মোকোলাব লগীয়া হয়। তেওঁৰ শৈশৱকালটো নানান ভাগ্য বিপৰ্য্যয়ৰ মাজেদি যায়। ১৫ বছৰ বয়স নৌ পাওতেই মণ্ডল, চিত্ৰকৰ, জাহাজৰ বান্ধনী, মালী—ইত্যাদিৰ লগুৱা হৈ কাম কৰিব লগীয়া হৈছিল।

জাহাজৰ বান্ধনী স্মৈইভৰ (Smaive) এটা সৰু লাইব্ৰেৰী আছিল। তেৱেঁই পোণপ্ৰথমতে কিছুমান কিতাপ পঢ়িবলৈ দি গোৰ্কীৰ কাৰণে সাহিত্যৰ দুৱাৰ মুকলি কৰি দিয়ে। ১৫ বছৰ বয়সত এইবিলাক কিতাপ পঢ়ি স্কুলত সোমাই লিখা-পঢ়া ভালদৰে শিকিবলৈ তেওঁৰ প্ৰৱল ধাউতি হয়। কিন্তু কি কৰিব, খাবলৈ ববলৈ যে সংস্থান নাই। এইবাবে তেওঁৰ গল্প কিছুমানত নিজৰ জীৱনৰ ব্যক্তিগত অভিজ্ঞতাৰ হুবহু চিত্ৰ পোৱা যায়।

ৰুটীৰ দোকানত চাকৰ, ভল্গা নদীৰ জাহাজ ঘাটত কুলীৰ কাম কৰি শেহত তেওঁ এজন উকীলৰ মহৰি হয়হি, আৰু ইয়াতেই তেওঁ বহুতো শিক্ষা পাই অৱশেষত তিফ্লিছ নগৰৰ এখন বাতৰি কাকতত গল্প লিখে আৰু এইদৰে ৰুছ সাহিত্যিক Kovalenkoৰ লগত পৰিচিত হয়। তেওঁ কিছুমান ভাল ভাল কিতাপ পঢ়িবলৈ দি উপদেশ আৰু সমালোচনাৰে তেওঁৰ শিক্ষাত সহায় কৰে। তেওঁৰ সাহিত্যক্ষেত্ৰত খ্যাতি লাহে লাহে বিয়পি পৰে। এয়েই তেওঁৰ জীৱনত পৰিবৰ্ত্তন আনে। আৰু তিনি বছৰৰ ভিতৰত সমগ্ৰ ৰুছ দেশত তেওঁৰ নাম বিয়পি পৰে।

যি হওক ১৯০৫ চনত বিদ্ৰোহত যোগ দিয়া বুলি তেওঁক গ্ৰেপ্তাৰ কৰা হয় আৰু কিছুদিনৰ পাছত দেশৰ পৰা নিৰ্ব্বাসিত কৰাত তেওঁ ইটালীলৈ যায়। আৰু ইয়াতেই তেওঁৰ সাহিত্যৰ ধাৰাত এটা গভীৰ পৰিৱৰ্ত্তন আহে। তেতিয়াৰ পৰা তেওঁৰ সাহিত্যৰ বিষয়বস্তু বহুৱা নাইবা, বহুৱাৰ পৰাকী নহৈ, উদ্বুদ্ধ কহিয়া হবলৈ ধৰিলে। [illegible]

আদৰ্শৰে সমাজ কেনেকৈ সংগঠিত কৰিব পাৰি তাকেই তেওঁ লিখা আৰম্ভ কৰিলে। তেওঁ ডেকাকালৰ স্মৃতি লিপিবদ্ধ কৰি যিখন কিতাপ লিখিছে তাৰ নাম "My Universities, ইংৰাজী ভাষাত . এই কিতাপ খনৰ অনুবাদ কৰি নাম দিয়া হৈছে—"মোৰ যৌৱন কালৰ স্মৃতি।"

Grigoryev এ তেওঁৰ সাহিত্যৰ সমালোচনা কৰি লিখিছে :—

"বৰ্ত্তমান ৰুছ সাহিত্যত যি সকল খ্যাতনামা লিখক আছে তেওঁলোকৰ ভিতৰত কোনেও জনসাধাৰণৰ লিখক হিচাবে তেওঁক চেৰ পেলাব নোৱাৰে। ইয়াৰ কাৰণ এইটো নহয়, যে তেওঁ জনসাধাৰণৰ ছবি তেওঁৰ কিতাপত আঁকি দেখুৱায় ; ইয়াৰ কাৰণ হৈছে তেওঁৰ কিতাপত সাধাৰণ মানুহে নিজক আত্মপ্ৰকাশ কৰে। তেওঁলোকৰ সুখ-দুখ, তেওঁলোকৰ সজ চিন্তা সকলো জগতক জনাবলৈ গোৰ্কীয়েই বাহন।"

লেতেৰা ঘৰ দুখ দৈন্যৰ মাজত ধুনীয়া জকমকীয়া বহন সানি সমাজৰ তল খাপত পৰি থকা লোকৰ জীৱনৰ ৰোমান্সৰ আছল ছবি তেওঁ আঁকি দেখুৱায়। ধনী-সৌভাগ্যবান লোক তেওঁৰ কিতাপৰ নায়ক হৈছে ধনাইৰ মনাইৰ দৰে নিজৰ দুখত আনৰ মৌখিক সহানুভূতি নিবিচাৰে, দাৰিদ্ৰ্যৰ মাজতো এওঁলোকে নিজৰ জীৱনৰ গুৱিয়াল নিজেই আৰু সমাজৰ ভাগ্যৱন্ত যি সকলে ভৰিৰ ওপৰত ভৰি তুলি বিজুলী বন্তি আৰু পাখাৰ হাৱা খাই মহা আয়াসৰে জীৱন নিয়াইছে, সেই সকলৰ বিৰুদ্ধে বিদ্ৰোহী হৈছে তেওঁৰ নায়কসকল। সমাজৰ ধন বৈষম্য দেখি নতুন আদৰ্শমতে সমাজ সংগঠনেই তেওঁৰ লক্ষ্য আৰু তেওঁৰ কিতাপত এই আদৰ্শ ফুটি উঠে।

আত্মপ্ৰকাশ কৰিবলৈ আত্মাৰ সংগ্ৰামৰ তেওঁৰ নায়কসকল প্ৰতিমূৰ্ত্তি, অজ্ঞানতা আৰু অধঃপতনৰ অতলস্পৰ্শী গহ্বৰৰ পৰা পোহৰৰ ৰাজ্যলৈ এন্ধাৰৰ মাজেদি যাবলৈ বাট খেপিয়াই ফুৰিছে তেওঁৰ নায়কসকলে। আৰু এই বাবেই তেওঁ ৰুছিয়াৰ আধ্যাত্মিক বিকাশত যথেষ্ট সহায় কৰিছে।

**Pessimist অৰ্থাৎ নিৰাশাবাদী তেওঁ হব নালাগিছে, কাৰণ তেওঁৰ জীৱনৰ অভিজ্ঞতা অতি তলখাপত পৰি থকা সমাজৰ জীৱনৰ সংগ্ৰাম।**

যি মাকে নিজৰ সকলো সুখস্বচ্ছন্দ ত্যাগ কৰি নিজৰ কেচুৱা তালি তুলি ডাঙৰ কৰে, কেচুৱাটোক ডাঙৰ কৰি তোলাই যি মাতৃৰ একমাত্ৰ সুখ আৰু জীৱনৰ কৰ্ত্তব্য কঠোৰ সংগ্ৰামে সেই মাককো এই কৰ্ত্তব্যৰ পৰা আঁতৰাব পাৰে। মাক আৰু পুতেকে উপাৰ্জ্জন কৰিছে এডোখৰ ৰুটী, এতিয়া ইয়াৰেই দুজনে চলিব লাগিব, এনে অৱস্থাত জীৱনৰ উচ্চ ভাৱ উচ্চ আদৰ্শ থাকিব নোৱাৰে। তেওঁ এনে সমাজ লৈ ছবি আঁকিছে, তেওঁ নিৰাশাবাদী হলেও তেওঁৰ মাজত নৈৰাশ্যৰ সুৰ নাই। গভীৰ মানৱপ্ৰেম মানৱজীৱনৰ ত্ৰুটীবোৰলৈ এটা সহানুভূতিৰ ভাৱ লৈ কিতাপ লিখিছে। তেওঁ সপোন দেখিছে সমাজখন কেনেকৈ নতুন আদৰ্শত সংগঠিত কৰিব পাৰি।

তেওঁৰ মাজত বগা আৰু ক'লাৰ বৰ্ণবৈষম্য নাই। সকলো মানুহ। সেইবাবে জাৰ্ম্মান দাৰ্শনিক Spenglerৰ Man and the Machine বোলা কিতাপখনৰ সমালোচনা কৰিছে। কাৰণ স্পেঙ্গলাৰে লিখিছে যে ১৯ শতাব্দীত য়ুৰোপীয়সকলে এটা মহা ভুল কৰিলে; তেওঁলোকে কলকাৰখানাৰ বিদ্যা বুদ্ধি সকলো ক'লা আৰু পীতবৰণীয়া মানুহ-বিলাকক শিকালে। আমেৰিকাৰ Handrik Van Loon নামৰ এজন লিখকেও স্পেঙ্গলাৰৰ মত সমৰ্থন কৰি কয় যে ক'লা আৰু পীতবৰণীয়া লোকসকলক য়ুৰোপীয় সভ্যতা দিয়াটো জগতৰ সাতোটা ভুলৰ এটা। (One of the seven blunders of the world) সকলোৱে কল-কাৰখানা শিকিলে কল চলাই কেনেকৈ সোণকালে কাম কৰিব পাৰি শিকি বুজি ললে। যিবিলাক ঠাইৰ মানুহে এই বিলাক নাজানিছিল, আৰু সেইবাবে য়ুৰোপীয় সকলৰ পৰা বস্তু বাহানি কিনি আছিল, এতিয়া তেওঁলোকেও কল-কাৰখানা পাতি য়ুৰোপীয় সকলৰ বস্তু নিকিনা হল। ধনীসম্প্ৰদায়ে ধন লুটিবলৈ সুবিধা হেকৰালে। তেওঁ এইবিলাকৰ সমালোচনা কৰিছে। তেওঁৰ মনত সকলো Prolatariat; বৰ্ণৰ জপনা নাই।

বাঁহী ২৪শ বছৰ ৬ষ্ঠ সংখ্যা।

# শাওপাত

গল্প

—লাজকুৱঁৰীয়া

নৈৰ পাৰে পাৰে যোৱা আলিটোত ফুৰি মোৰ বৰ ভাল লাগে। জনপ্ৰাণীৰ এইফালে একেবাৰে সমাগম নাই বুলিলেই চলে। ক'ৰবাত কাচিৎহে দুই এজনক লগ লোৱা যায়। কেউফালে নিৰ্জ্জন, তাৰ নিস্তব্ধতা ভাঙি দিয়েহি কেতিয়াবা দুই এটা জিলিৰ মাতে। মই এই বাটেদিয়েই প্ৰায় আবেলি ডোখৰ অকলশৰীয়া হৈ ফুৰো।

আলিটোৰেদি কিছুদূৰ আহি থাকিলে এটা পকী ঘৰ চকুত পৰে। এনে নিৰ্জ্জন হাবিতলীয়া ঠাইত জনপ্ৰাণীৰ সমাগমৰ ইমান আঁতৰত পকীঘৰটোৰ অস্তিত্বই অলপ অলপ চমক লগাই দিয়ে। সেউজীয়া জোপোহাৰ আঁৰত হাবিৰ মাজত ইটাৰ অট্টালিকাটো যেন অমিল হৈ পৰিছে।

অট্টালিকাটো দেখিলেই বহুতদিনীয়া বুলি কব পাৰি। তাৰ ইটাৰ দেৱালত শেলুৱৈয়ে ছাটি ধৰিছে। মাজে মাজে ইটাৰ দেৱালবোৰ খহি পৰিছে, সংস্কাৰৰ অভাৱত। অথচ এই অট্টালিকাটো যে সময়ত চকুত লগা আছিল দেখিলেই কব পাৰি। অট্টালিকাটো আছে এখন আহল বহল বাৰীৰ মাজত। বাৰীৰ কেউফালে ইটাৰে ঢাপ মৰা। ঢাপৰ মাজে মাজে এতিয়া খহি গৈছে। বাৰীখনৰ সোঁ মাজতে ঘৰটোলৈ যোৱা এটা বাট আছে। বাটটো শিলেৰে বন্ধোৱা। কিছু দূৰত এটা কুঁৱা আছে। এইবোৰ এতিয়া বনে ছাটি ধৰিছে। হাবি বননিয়ে নিৰ্ব্বিঘ্নে নিজৰ ৰাজ্য বিস্তাৰ কৰি লৈছে।

আলিটোৰ এইখিনি পালেই মোক বহুত ভাবে ,জুমুৰি দি ধৰেহি। কিয়নো বাৰু এই ঘৰটোৰ এনে দশা হবলৈ পালে? কাৰ শাওপাত এই ৰকম নিবিইতৰ ওপৰত পৰিল যে ইয়াত চকুত পৰিবলৈ এটা নৰমনিচৰ

এই ঘৰটো দেখিলেই এনে ভাব হয় যেন ই কাৰোবাৰ প্ৰতিশোধ হে। আলিৰ কাষত বহি বহি মই এই কথাকে ভাবো ইয়াত থকা মানুহবোৰ ক'লৈ গল? কিন্তু কোনে উত্তৰ দিব? বাৰীৰ ভিতৰত দেখো সাপবোৰে মুৰা বান্ধি পৰি আছে, ঘৰটোৰ ভিতৰত চিকা বাদুলিৰ চিঁচিঁয়নিয়ে মাথো জনাই দিয়ে যে ইয়াত সাধাৰণৰ প্ৰবেশ নিষেধ।

এই অট্টালিকাৰ সমুখত আলিৰ কাষত বহি মই হৰেক সপোন ৰচনা কৰো—এই ঘৰতেই হয়তো এদিন আনন্দৰ কলৰোলত আকাশ বতাহ ভৰি পৰিছিল। ইয়াত হয়তো অলকানন্দৰ মাধুৰীয়ে সৰগৰ জেউতি বিলাই দিছিল। সৌ এতিয়া সাপ, বেঙেৰে ভৰা বাৰী খনতে এদিন শুৱনী শুৱনী ফুলৰে উপচি থকা ফুলনি আছিল—এতিয়া আধা ভাগি যোৱা খিৰিকীৰে সৌ কোঠাটোতে হয়তো হৈছিল কোনোবা অজান প্ৰেমিক-প্ৰেমিকাৰ মিলন সম্ভাষণ—বতাহে তাতেই হয়তো মেলি দিছিল আবেগ সনা ফুল পৰাগৰ পোহৰ। শাৰদী জোনাকে তাতেই হয়তো ভুমুকি মাৰি চাইছিল মিলন উৎসৱ। মোৰ এই সপোনত মই নিজেই বিভোল হৈ থাকো। আজি এই অট্টালিকাৰ কিয় এনে হল সুধি ফুৰিলে হয়তো তাৰ সেই নিৰ্ম্মম ৰহস্যৰ ভেদ হব, কিন্তু মোৰ সেই বিষয়ে জানিবলৈ তেনেকুৱা একো অদম্য আগ্ৰহ নাই। মোৰ কাৰণে এই ৰহস্যই এটা মাদকতা—বৰ ভাল লাগে, মই নিজে নিজে ইয়াতে বিভোৰ হৈ ৰচনা কৰা মোৰ এই অপ্ৰকাশিত কবিতাৰ উন্মাদনাৰ কাৰণে। বহুত দিন মই ইয়াতে উচুপি উচুপি কান্দিছো, কিন্তু কেতিয়াও হাঁহিব পৰা নাই ইয়াৰ শান্তি যেন শ্মশানৰ, ই যেন এখনি ঋষিৰ আশ্ৰম, কিন্তু তাৰ সামগান নিস্তব্ধ হৈ গৈছে। মাজে মাজে যেতিয়া একোটা ফেঁচাই 'নিউ' বুলি আকাশেদি উৰা মাৰি যায়, তেতিয়া মই কব নোৱাৰাকৈয়ে গাৰ নোমবোৰ শিয়ঁৰি উঠে—এটা অজ্ঞাত ভয়ত। এনেকৈয়ে এদিন মই বহি বহি এই ঘৰটোৰ বিষয়ে আপোন মনে এটা করুণ কাহিনী ৰচনা কৰি নিজকে সংসাৰৰ এনে দুৰ্ভাগ্যৰ ব্যাখ্যা কৰিছো।

এনেতে পিচফালে কোনোবাই মোক মতা যেন পালো। গাটো অলপ শিয়ঁৰি উঠিল এই নিজানত আকৌ কোন ওলালহি'।

দেখিলো এজনী বুঢ়ী। চুলিবোৰ তাইৰ ৰূপোৱালী হৈ পৰিছে, বাৰ্দ্ধক্যৰ সাঁচ চকু মুখ সকলোতে। হাতত এডাল লাখুটি, কঁপা হাত কিখনিয়ে তাকেই খামুচি ধৰি আছে। অলপ পৰ আচৰিত হৈ চালো এই বুঢ়ীটিক। এনে লাগিল যেন শ্মশানথলিৰ পৰা কোনোবা ওলাইছে আহিছে আকৌ এবাৰ এৰি থৈ যোৱা সংসাৰখনৰ ৰেহৰূপ চাবলৈ।

বুঢ়ীয়ে মই তেওঁলৈ একেথৰে চাই থকা দেখি ক'লে—"বোপা ভয় খাব নেলাগে। মই ডাইনী বা জখিনী নহওঁ। হওতে অলপ চক খাবৰ কথাই! এনে মানুহ-দুনুহৰ সাৰ সহাঁৰি নথকা ঠাইত মোক দেখি। সৌ হাবিখনৰ সিমূৰে পথাৰ এখনৰ চুকতে মোৰ সৰু পজাটো। তোমাক মই কেইবাদিনো ইয়াত এনেকৈ বহি থকা দূৰৰ পৰা দেখা পাইছো। তুমিহে মোক মন কৰা নাই। তোমাক ইয়াত এনেকৈ বহি থকা দেখি সঁচাকৈয়ে মই বৰ আচৰিত হৈছো, কাৰণ এই ঠাইখন সচাকৈয়ে ইমান জয়াল বুলি মানুহে সন্দেহ কৰে যে এনে সন্ধিয়া হে নালাগে বেলি দুপৰতে মানুহে এইফালে আহিবলৈ ভয় কৰে। ভয় কৰিবৰ কথাই, কাৰণ এই ঘৰটো যে দেখিছা, ইয়াতে এসময়ত বৰ ডাঙৰ কথাই হৈ গৈছিল। তাৰ কথা শুনিলে এতিয়াও মানুহৰ গাৰ নোম শিয়ঁৰি উঠে।"

দেখিলো বুঢ়ী গৰাকীয়ে সেই ঘটনাৰে কথা কবলৈ আজি সাজু হৈ আহিছে। এতিয়া আৰু শুনি যোৱাৰ বাহিৰে আন উপায় নাই। মোৰ নিজে সাজি মেলি থকা 'থিয়ৰি'বোৰ বুঢ়ীয়ে আজি মোৰ মূৰত খেলিমেলি লগাই থাকিবলৈ নিদিয়ে, বাস্তৱৰ নিষ্ঠুৰ সত্য আজি ওলাই পৰিব। বুঢ়ীয়ে আৰম্ভ কৰিলে :—

"এই আমাৰ আগতে থকা ঘৰটো এসময়ত এজন বৰ ধনী মানুহৰ ঘৰ আছিল। এতিয়া ইয়াত হাবি বনেৰে ছাটি ধৰিছে; কিন্তু এসময়ত এই ঘৰটো আৰু বাৰীখন বাজ অট্টালিকাতকৈও দেখনিয়াৰ আছিল।

বাৰীখন তেতিয়া এনে আছিল যে তাৰ যিটো বস্তুতে চকু পৰে তাতে চকু মোহ যায়। 'ফুলনিত ফুল আছিল হৰেক ৰকমৰ। দিনৌ তিনি চাৰিটা মালীয়ে ফুলনিতে লাগি আছিল। বৰ ধাউতি নানা দেশৰ নানা ফুল ফুলনিত কইছিলহি।

মই আছিলো এইজন মানুহৰে বৈণীয়েকৰ লিগিৰী ছোৱালী। কাম বনৰ ভিতৰত কবলৈ গলে একো নাছিলেই। আইদেউৰ যি অলপমান আল ধৰা কাম। আই ঐ দৈছি, আইদেউ আমাৰ কিমান শুৱনি আছিল! মই আজি কালি তেওঁৰ মান শুৱনি কাকো দেখা নাপাওঁ। তেওঁৰ চকুলৈকে চাই থৰ লাগিবানে, নাকটিকে চাবা নে, তেওঁৰ ধুনীয়া মুখখনিৰ হাঁহিতে ভোল যাবা। গাৰ গঢ়টি এনে নিখুত, কোনোবা বিশ্বকৰ্ম্মাইহে যেন তেওঁক সাজিছিল। আইদেউৰ খোজেপতি একোপা পদুম ফুল ফুলিছিল।

গিৰিয়েকেও আইদেউক বৰ ভাল পাইছিল। এনে ভাল পোৱা মৰম চেনেহ বৰ কম ভাগ্যৱতীৰ কপালতেহে মিলে। সৌ যে দেখিছা, ওখকৈ বন্ধোৱা বগা শিলৰ আসনখন তাতে যে কিমান জোনাক সন্ধিয়া দুয়ো দুয়োকো হিয়া উবুৰাই মৰম চেনেহ বিলাই দিছিল, তাৰ কথা মোৰ এতিয়াও মনত পৰে—সেইদিন এতিয়া মোৰ মানত এটা বৰ সুখৰ সপোন যেন লাগে। আও, কম দিনীয়া কথা নে সি, মই তেতিয়া গাভৰু আৰু এতিয়া মই চাৰি কুৰিৰ ওচৰ চপা অলৰ অচৰ বুঢ়ী!

এইদৰেই দিন গৈছিল সেই সময়খিনি আইদেউৰ আৰু আইদেউৰ গিৰিয়েকৰ কাৰণে অমৰাৱতীতকৈও সুখৰ আছিল। পিচে, মানুহৰ সুখ শান্তি জানো বিধাতায় সয়? কেনেবাকৈ এনেকৈ সোমাল—

সেই সময়ত ক'ৰবাৰ পৰা এজন মানুহ আমাৰ এই চহৰলৈ আহিছিল। ডেকা মানুহ, দেখিবলৈ অবিকল কাৰ্ত্তিকটি যেন। কোনো গাভৰু নাছিল যাৰ এওঁক দেখিলে হিয়াত তোলপাৰ নেলাগিছিল। নিতৌ সন্ধিয়া সেই মানুহজন আহিছিল আগেদিয়েই বৈ যোৱা কৈশৰেকি

সদায় নাও খেলিছিলাহি। নিতৌ সন্ধিয়া আলিৰ ওপৰৰ পৰা আমি তেওঁক নাও খেলি ফুৰা দেখা পাইছিলোঁ। কোনোবা কুক্ষণত আমাৰ আইদেউৰে সৈতে তেওঁৰ চিনা পৰিচয় হয়। মানুহৰ কপালো এনে—মই হলে কাকো নোদোষো—দুয়ো দুয়োৰো বান্ধত বান্ধকৈয়ে পৰিল।

এদিনৰ কথা। আইদেউৰ গা অসুখ—অলপ ভাল পাই উঠি লৰি ফুৰিব পৰা হৈছে মাথোন। আইদেউৰ গিৰিয়েক ক'ৰবালৈ ওলাই গৈছে। ৰাতিটো ক'ৰবাত থাকিব। গধূলি কাম-বন কৰি অতাই আইদেউৰ কোঠাৰ পৰা আহি মই তলত মেল মাৰিছোঁহি। এনেতে দেখোন দেউতাৰ মাত শুনিলো মোক মাতিছে। লৰালৰিকৈ আইদেউৰ কোঠা পালোগৈ।

দেউতা যেতিয়া ভিতৰলৈ আহে, তেতিয়া আইদেউহঁতৰ শোৱনীঘৰ ভিতৰৰপৰা বন্ধ; দেউতাই ভাবিছিলে আইদেউৱে ময়ে ভিতৰত সোমাই কথা বাৰ্ত্তা পাতি থকা বুলি। ভিতৰলৈ দেউতা সোমাই গৈ দেখে যে মই তাত নাই। আইদেউ অকলে।

মই কোঠা সোমাই দেখো দেউতাই কোঠাটোৰ ইমূৰৰ পৰা সিমূৰলৈ টহলিব লাগিছে। হাত দুখন বুকুৰ ওপৰত, চকুকেইটাত কিবা এটা ভাব, দেখিলেই শঙ্কা ওপজে কিবা হল বুলি। "কি হল?" কিবা বেয়া খবৰ আছে নেকি?

আইদেউৱে দেউতাক শুধিলে। আইদেউৰ চকুত ভয়ৰ চিন। "তই এতিয়া যা।" দেউতাই মোক যাবলৈ কলে। মোৰ লাগিছিল মনটোতে উচ্‌পিচনি। কথা-কাৰখানাবোৰৰ ধৰণ দেখি মই কোনোমতেই তাৰ ভাগ নোলোৱাকৈ থাকিব নোৱাৰিলো। লাহেকৈ ঘৰৰ ভিতৰৰ পৰা ওলাই গৈ বাহিৰৰ বেৰৰ দাঁতিত চেপেতা লাগিলো। কাণখন উনাই থাকিলো কোঠাটোত কোনে কি কয় শুনিবলৈ।

দেউতাই শুধিলে "ঘৰৰ ভিতৰত কোনোবা আহিল নে নাই?" প্ৰশ্নটোৰ প্ৰত্যেক শব্দটোৱে যেন জুইহে বৰষিছে। আইদেউৰ উত্তৰ

ধীৰ, গম্ভীৰ, "কোনো নাই।" দেউতাৰ চকু দেখিলো কোঠাটোৰ লগতে লগোৱা সৰু কুঠৰীটোৰ ফালে। সেই কুঠৰীটোৰ আন খিৰিকি দুৱাৰ নাই; বস্তু বাহানি থোৱা গুদাম ঘৰৰ নিচিনা। আইদেউৰ কোঠাৰে তালৈ যাবলৈ মাথোন এখন দুৱাৰ। দেউতাই সেই দুৱাৰৰ ফালে খোজ ললে।

"নুখুলিব দুৱাৰখন। যদিহে আপুনি দুৱাৰখন মেলি কাকো দেখা নাপায়, জানিব আমাৰ সকলো সম্বন্ধ তাৰ লগে লগেই শেষ"। আইদেউৰ চকুৰ কি সেই জেউতি! সেই জেউতিৰ আগত দেউতা থৰ লাগিল। "বাৰু, মই দুৱাৰ নেমেলো। মই জানো, তোমাৰ চৰিত্ৰত অকণো চেকা নাই। তুমি এগৰাকী দেৱী।' আইদেউৰ চকুৰ তিৰবিৰণি এই কথা কেই আষাৰত আৰু চৰিল। দেউতাই লাহে লাহে মাত লগালে—"মই দুৱাৰ নেমেলো বিশ্বাস কৰা, কিন্তু তাৰ আগতে তুমি গোঁসাইৰ শপত খাই কোৱা, তাত কোনোৱেই নাই"। আইদেউৱে শপত খালে। দেউতাই আকৌ কলে, "ভালকৈ শুনাকৈ শপত খোৱা"। আইদেৱে অলপো বিচলিত নহৈ আকৌ শপত খালে। দেউতাই মাথোন কলে "বাৰু"। অলপ পৰ নিমাত। সেই কেই মুহুৰ্ত্ত যে কিমান দীঘল। তাৰ পিছত দেউতাই মোক মাতিলে মই ওচৰ পালত কলে—"যা ৰামৰতন মিস্ত্ৰীক আনগৈ।" ৰামৰতন মিস্ত্ৰী দেউতাহঁতৰ বাৰীতে ঘৰ কৰি থাকে। মই গৈ তাক মাতি আনিলো।

দেউতাই ৰামৰতনক কলে—"ৰামৰতন, এই কোঠাটোৰ দুৱাৰখন বন্ধ কৰি ইটাৰে এখন দেৱাল তুলি দিব লাগে। আজি ৰাতিৰ ভিতৰতে। কাইলৈ পুৱাই তই এই ঠাই এৰি যাব লাগিব। দহ হেজাৰ টকা তোক মই নগদ তাৰ কাৰণে দিম। কিন্তু আজি যি কৰিবি, সাৱধান, ভুলতো তই কাকো নকবি।"

আইদেউৰ মুখখন দেখিলো ভয়তেই নে কিয় একেবাৰে মৰাশৱ দৰে শেঁতা পৰি গৈছে। মই তেওঁৰ চকুলৈ চাওঁতেই মোক ঠাৰেৰে ওচৰলৈ

মাতি নিলে। কলে—"হেৰ, ৰামৰতনক ফুচফুচাই কৰি অলপমান যেন ইটাবোৰৰ মাজত ফাঁক ৰাখে। তাৰ বাবে তাক মই এহেজাৰ টকা দিম।" তাৰ পাচত ডাঙৰকৈ শুনাই কলে—"যা ৰামৰতনক ইটাছিটা কঢ়িয়াই আনি সহায় কৰি দেগৈ।"

ইটাৰ ওপৰত ইটা উঠিবলৈ ধৰিলে। সৰু বিন্ধা এটাই দি দেখিলো ভিতৰত এজন মানুহ বিবৰ্ণ মুখেৰে থিয় দি আছে। গাটো জিকাৰ খাই উঠিল তাৰ ভবিষ্যৎ ভাবি।

ৰাতিৰ ভিতৰত দেৱাল হৈ উঠিল। ৰাতি পুৱাল, ৰাতিৰ ৰাতিটো আমাৰ কাৰো টোপনি নাই। দেউতাই মাত দিলে, "বেছ দেৱালখন হল যেতিয়া ৰামৰতনক যোৱাৰ দিহা কৰ গৈ।" এবাৰ জাহাজ ঘাটৰ পৰাও আহিব লাগিল। সৰু বেতদাল, গাত কাপোৰ এখন লৈ দেউতা ওলাই গল।

অলপ পৰ ৰলোঁ। আইদেৱে ভাবিলে দেউতা আৰু দুই তিন ঘণ্টাৰ আগেয়ে শুভ টিছে। মোক লৰা লৰিকৈ কলে—"বেগতে এখন চিপৰাং লৈ আহ"। মই লৰি গৈ এখন চিপৰাং লৈ আহিলো। তাৰ পাছত চিপৰাং খনেৰে আইদেৱে দেৱালখনৰ ইটাৰ গাঁঠনিবোৰ ভাঙিবলৈ ধৰিলে। ইস্ আইদেউৰ সেই সময়ত কি উছাহ। এজনী তিৰুতা মানুহৰ গাত যে ইমান শকতি ক'ৰ পৰা আহে ভাবিবই নোৱাৰি।

দুই এচপৰা ইটা এৰুৱা হৈছে মাথোন এনেতে দেউতা কোঠাটোৰ ভিতৰত হাজিৰ। আইদেৱে দেউতাক দেখি সিফালে মুছকছ গ'ল। দেউতাই মোক অলপো অধৈৰ্য্য নহৈ কলে—"আইদেৱৰক বিছনাত শুৱাই দে" তেলটেঙ্গা দিয়াৰ পাচত আইদেউৰ চেতন আহিল। দেউতাই মোক কলে—"আইদেৱৰ গা অসুখ, ভাল নহয় মানে মই ইয়াত থাকিম। মোৰ খোৱা বোৱা সকলো ইয়াতে হব।"

কুৰি দিনে নিশাই দেউতা আইদেউৰ কাষতে থাকিল। প্ৰথম ডোখৰত এটা কৰুণ বিননি যদি আইদেউৰ কাণত পৰে তেওঁ বিচলিত

হয়। আইদেয়ে চাৰিবেৰৰ মাজত থকা বন্দীক নিশ্চিত মৰণৰ পৰা ৰক্ষা কৰিবৰ বাবে কাকুতি মিনতি জনায়। দেউতাই কৈছিল নিষ্ঠুৰ ভাবে "কিয় তুমি গোঁসাইৰ শপত খাই কৈছিলা নহয়।"

দেউতা তাৰ পিছতেই গুচি গ'ল। কিছুদিনৰ মূৰত শুনিলো তেওঁ মদ খাই অতিচাৰ অত্যাচাৰ কৰি বৰ বেয়া ভাৱে জীৱন এৰিলে। আইদেয়ে যি সেই পাটীত পৰিল, তেয়ো আৰু তাৰ পৰা নুঠিল। দেউতা যোৱাৰ পাছতো তেওঁ সেই কোঠাতে আছিল। ক'লৈকো বাহিৰলৈ নোলায়। খাৱন বৰণ নামমাত্ৰ মাথোন। লাহে লাহে তেওঁ খীনাই শুকাই যাবলৈ ধৰিলে। এদিন তেৰোঁ এই সংসাৰৰ পৰা মেলানি ললে। সেই ঘটনাৰ পাছত এদিনো তেওঁৰ আৰু কোনেও মুখৰ মাত নেপাইছিল। তেওঁ যেন এখনি মাটিৰ প্ৰতিমা হে, অকনো জীৱনৰ আভাস নাই। চকু দুটাৰ সেই করুণ, অপলক দৃষ্টি মোৰ বুকুত এতিয়াও শেলে বিন্ধা দি বিন্ধি আছে। আইদেউ মৰাৰ পিছত সেই দুৰ্ভগীয়া ঘৰৰ পৰা ময়ো বাজ হলো। কিন্তু আজিলৈকে কাকো কোৱা নাই, কিনো ঘটিছিল এই ঘৰটোৰ ভিতৰত। আইদেউৰ মৰণৰ সময়ৰ ইচ্ছা এই ঘৰবাৰী যেন কোনেও আৰু মেৰামতি নকৰে। ই যেন ধূলিৰ লগত লীন হয়। সোণৰ সংসাৰ কেনেকৈ ছাই হয়, এয়ে তাৰ চানেকী মোৰ বোপাই। ইয়াকে বোলে কপাল।

বুঢ়াৰ চকুত দেখিলো দুধাৰি চকুলো। আচৰিত হলো এই নিৰস শৰীৰৰ পৰা ফল্গুধাৰা ক'ৰপৰা ওলাল।

বুঢ়া আঁতৰি গল। চাপি অহা আন্ধাৰৰ মাজত বুঢ়াৰ ক্ষীণ শৰীৰটি লুকাই পৰিল। অবাস্তৱৰ কিবা এটাই যেন আগুৰি ধৰিলে— খোজ ললো অভিশপ্ত জীৱনৰ এটা করুণ স্মৃতি বুকুত বান্ধি।

# আদিম যুগৰ মানুহ

## সমাজতত্বত ভুমুকি

মানব জাতিৰ বুৰঞ্জী এটা কথা লৈ আৰম্ভ হৈছে—নিজৰ অজ্ঞতাৰ স্বীকাৰোক্তিৰে। আমি যে কেতিয়া আহি এই পৃথিবীৰ বুকুত খিয় দিলোঁহি, আৰু নো কোন ঠাইত পোন প্ৰথমতে আবিৰ্ভাৱ হলোহি, এই কথাষাৰ এতিয়ালৈকে উলিয়াব পৰা নাই। আজি আমি বিজ্ঞানৰ বলেৰে প্ৰকৃতিৰ শক্তিক দাসানুদাসৰ দৰে ব্যৱহাৰ কৰিব পৰা হৈছো সঁচা কথা, কিন্তু কব নোৱাৰোঁ ক'ত আৰু কেতিয়া পোনতে আমি পৃথিবীত খিয় দিলোহি। কিছুমানে কয় যে আমি ইয়ালৈ অহা হেনো তিনি লাখ বছৰ হল, কিছুমানে কয়, নহয় তাতোকৈ বেছি, দহ লাখ বছৰ হল। ইফালে কিছুমানে কয় যে মধ্য এছিয়াতেই পোন প্ৰথমতে আমাৰ পূৰ্ব্ব পুৰুষে আহি দেখা দিলে। কিছুমানে কয় নহয়, আফ্ৰিকাই মানৱ জাতিৰ আদিম জন্মস্থান। এইবিলাক বিষয়ত এতিয়ালৈকে আমি নিশ্চয়কৈ একো কব নোৱাৰো।

আমাৰ পুৰাতত্ববিদ পণ্ডিতসকলে পৃথিবীৰ বুকু খানি বহুতো তথ্য আবিষ্কাৰ কৰি আমাৰ জ্ঞানৰ সীমা বঢ়াইছে সঁচা, কিন্তু এই বিষয়ত আমি এতিয়ালৈকে সঠিক প্ৰমাণ পোৱা নাই। আমাৰ পূৰ্ব্ব পুৰুষ সকলে ব্যৱহাৰ কৰা শিলৰ অস্ত্ৰ বিলাকৰ পৰা তেওঁলোকৰ "কালচাৰ" সম্পৰ্কে আমি ধাৰণা কৰিব পাৰোঁ। তেওঁলোক যে ৫০ হেজাৰ বছৰৰ পূৰ্ব্বতে এই বিলাক অস্ত্ৰ ব্যৱহাৰ কৰিছিল তাক ধৰিব পাৰিলেও আমাৰ বৰ্ত্তমান জ্ঞানেৰে তেওঁলোকৰ আবিৰ্ভাৱৰ সময় নিৰূপন কৰিব নোৱাৰি।

আমাৰ বহুতেই 'মিউজিয়াম' কি জানে, আৰু কলিকতালৈ গলে তাৰ 'যাদুঘৰ' টো চাবলৈ যায়। কিন্তু যাদুঘৰত থৈ দিয়া শিলবোৰ দেখি আমাৰ কিছুমান আচৰিত হয়। পুৰণি শিল, পুৰণি কালত ব্যৱহাৰ

হোৱা দা বা কটাৰীবোৰনো এইদৰে আয়নাৰ আলমাৰীত ইমান যত্নেৰে সজাই থোৱা দেখি কিছুমানে হাঁহেও। এই বিলাকৰ যে অৰ্থ আছে, এই বিলাকেও কত পুৰণি কথাৰ সাক্ষ্য প্ৰমাণ দিয়ে, এইটো উপলব্ধি কৰিব নোৱাৰে। অৱশ্যে এই বিলাক বস্তুৱে যি ভাষাৰ আমাক সকলো কথা কয়, সেই ভাষা সকলোৱে বুজিব নোৱাৰে।

জে, ৰিড মইৰ ( Reid Moir ) নামৰ এজন প্ৰত্নতাত্বিকে ইংলণ্ডৰ ইপছৱিচ নামৰ ঠাই এখনত আৰু বেঞ্জামিন হেৰিছনে ইগথামত কিছুমান পুৰণি কলীয়া শিল পাইছিল, এই বিলাক লৈ সুধীসমাজৰ নানাজনে নানান মত দিছিল। এই বিলাক শিল প্ৰকৃতিয়ে নিজৰ পৰাই এনেদৰে এই ঠাইত পেলাই থৈছেনে, মানুহে তাহানি এইবিলাক অস্ত্ৰ স্বৰূপে ব্যৱহাৰ কৰিছিল।

Boucher de Perthes নামৰ এজন প্ৰত্নতাত্বিকে নৈৰ বালিত সৰু কুঠাৰ আদি কিছুমান বস্তু পাইছিল, এই বিলাক বস্তু দেখাত অতি কুৎচিত আছিল। তেওঁৰ নামতেই এই বিলাকৰ "বুছাৰছ" নাম দিয়া হয়। বৰফৰ যুগত ( Ice Age ) পুৰ্ব্বতে মানৱ জাতিৰ মানসিক বিকাশ আৰু জীৱন সম্পৰ্কে এই বিলাক বস্তুৱে বহুতো কথা আমাক জনায়। বৰফৰ যুগ পৃথিবীত আৰম্ভ হোৱাৰ পূৰ্ব্বতে যি বোৰ নৈ এতিয়া আমি দেখোঁ, সেইবোৰে এই দৰে নিজৰ গতি ঠিক কৰি লোৱা নাছিল, বৰ্ত্তমানৰ ৰূপ সেই বিলাকে তেতিয়াও লোৱা নাছিল, আৰু পৃথিবী তেতিয়া এতিয়াতকৈ তপত আছিল। লাহে লাহে পৃথিবীখন চেঁচা হোৱাৰ লগে লগে পানী গোট খাই বৰফ হবলৈ ধৰিলে। এই বৰফৰ যুগ পৃথিবীলৈ অহাৰ পূৰ্ব্বতে যি মানুহৰ আবিৰ্ভাৱ হয়, তেওঁলোকক Chelleans নাইবা Achelleans বোলা হয়; তেওঁলোকে এৰি থৈ যোৱা অস্ত্ৰাদিয়ে তেওঁলোকৰ 'কালচাৰ'ৰ পৰিচয় দিয়ে।

এই যুগৰ মানুহৰ পাছতেই নিণ্ডাৰথেল Neanderthal মানুহৰ আবিৰ্ভাৱ হয়। ১৮৫৭ চনত য়ুৰোপৰ Dusselder নগৰৰ ওচৰত এটা পৰ্ব্বতৰ গুহাত এই যুগৰ মানুহৰ হাড় পোন প্ৰথমতে আবিষ্কৃত হয়।

এই বিধ মানুহে য়ুৰোপ মহাদেশখনত এদিনীয়া স্বত্ব লোৱা দি লৈছিল। আগৰ যুগৰ চিলীয়ান সকল লোপ হল, মানুহ আৰু পশুৰ মাজত যি যুঁজ চলি আছিল, সেই যুঁজত সেই বিধৰ মানুহ লোপ পালে, নাইবা পৃথিবী চেঁচা হোৱাত আৰু বৰফ পৰাত তেওঁলোকে তিষ্ঠিব নোৱাৰিলে।

নিণ্ডাৰথেল মানুহ যে কি সংগ্ৰামৰ মাজত পৃথিবীত থাকিবলগীয়া হৈছিল। জীৱনৰ সংগ্ৰামৰ বাবে শিলেৰে অস্ত্ৰ তৈয়াৰ কৰি ললে, কাৰণ তেতিয়াও ধাতুৰ ব্যৱহাৰ মানুহে শিকা নাই। ঘৰ সাজি লব নাজানে, বাহিৰত বৰফৰ চেঁচা, আশ্ৰয় বিচাৰি ভালুকৰ গাতত সোমাবলগীয়া হল। ভালুকে নখেৰে খানি লোৱা গাঁত দখল কৰিবলৈ মানুহে শিলৰ অস্ত্ৰেৰে অভিযান কৰিব লগীয়া হৈছিল, কিন্তু লোকৰ ঘৰ জানিবা দখল কৰিলেই, এতিয়া পেটৰ ভোক গুছায় কেনেকৈ? গাঁতৰ পৰা ওলাই হাবিৰ 'বাইছন' গৰু, পহু, খেদি চিকাৰ কৰাত লাগিল। সেই যুগৰ 'মেমথ' হাতী ( আজিকালি এই বিধৰ হাতী লুপ্ত হল ) গঁড় আদি চিকাৰ কৰিবলৈ বুদ্ধিৰ ব্যৱহাৰ কৰিব লগীয়াত পৰিল। এনেকৈ ফান্দ পতা শিকিলে, কাৰণ শিলৰ অস্ত্ৰেৰে হাতীৰ একো কৰিব নোৱাৰি। তেওঁলোকে এইদৰে সংগ্ৰামৰ মাজত নিজৰ অস্তিত্ব ৰক্ষা কৰি লাহে লাহে পৃথিবীৰ বুকুৰ পৰা লোপ পালে। হেজাৰ বছৰতকৈ সৰহ হব য়ুৰোপৰ পশ্চিম খণ্ডত এওঁলোক আছিল। বনৰীয়া জন্তুৱে যিদৰে জাৰ, জহ, বৰষুণ সকলো সহি থাকে, সেইদৰে এওঁলোকেও প্ৰকৃতিৰ প্ৰতিকূল অৱস্থাৰ মাজত নিজক চলাই লৈ ফুৰিলে। কিছুমান প্ৰত্নতাত্ত্বিকে কয় যে খ্ৰীষ্ট জন্ম হবৰ ৩২ হেজাৰ বছৰ পূৰ্ব্বতে য়ুৰোপৰ পৰা এওঁলোক লোপ হল।

এওঁলোকৰ পাচত আৰু এবিধ মানুহ আহি ইয়াত দেখা দিলে। তেওঁলোক বৰ্ত্তমানৰ য়ুৰোপীয়ান জাতিবিলাকৰ পূৰ্ব্বপুৰুষ হয়নে নহয়, তাৰ নিশ্চয়তা নাই। এওঁলোক আফ্ৰিকাৰ ফালৰ পৰা আহিছিল বুলি কিছুমানে কয়, সেই যুগত ইটালী আৰু আফ্ৰিকা লগ লাগি আছিল। আৰু সেই বাটেদি এইবিলাক মানুহ গৈ য়ুৰোপ পালে।

লাহে লাহে প্ৰাকৃতিক অৱস্থাৰ পৰিবৰ্ত্তন হ'ল, বৰফৰ ঢাকনি আতৰিল; লগে লগে এইবিলাক মানুহ বিয়পি পৰিবলৈ ধৰিলে। এওঁলোকেও পৰ্ব্বতৰ গুহা আদিত আশ্ৰয় লৈছিল। ফ্ৰান্স, স্পেইন প্ৰভৃতি দেশৰ পৰ্ব্বতীয়া গুহাবোৰত এইবিলাক মানুহৰ অস্ত্ৰাদি পোৱা যায়। প্ৰত্নতাত্ত্বিক সকলে এইবিলাক Aurignacian যুগৰ বুলি কয়। তেওঁলোকে শকত শকত তিৰোতাৰ মূৰ্ত্তি কাটিছিল, আৰু শিঙ আৰু হাতীদাঁতত ছবি তুলিছিল।

দহ বাৰ হেজাৰ বছৰ পূৰ্ব্বৰ এই শিল্পীসকলৰ কাৰ্য্য অতিৰঞ্জিতকৈ কোৱা টান। তেওঁলোকে এন্ধাৰ গুহাত বাস কৰিছিল, চাকি জ্বলাইছিল চিকাৰ কৰি মৰা জন্তুৰ চৰ্ব্বীৰে, আৰু গুহাৰ গাত ছবি আঁকিছিল বনৰীয়া জন্তুবিলাকৰ—যিবিলাক জন্তুৰ লগত সদায় সংঘৰ্ষ হয়, সেইবিলাকৰে ছবি অঁকা দেখা যায়। বনৰীয়া গৰু, ম'হ দীঘল দীঘল নলখাগৰী বনৰ মাজত চৰি ফুৰা দেখে, দীঘল দঁতাল নোমাল মেমথ হাতীক হাবিত লগ পায়, বিজুলী সঞ্চাৰে লৰি ফুৰা হৰিণা পছু খেদি যায়, বোকাত লেটি লৈ থকা গঁড়, এইবিলাক জন্তুৰ আকৃতি আঁকি থোৱা তেওঁলোকৰ গুহাত পোৱা যায়।

কিছুমান মূৰ্ত্তিত কলিজা ৰঙাকৈ অঁকা হৈছে, কিছুমানত কাঁড়েৰে শালি থোৱা দেখোৱা হৈছে, এইবিলাকৰ পৰা কিছুমান সমাজ-তত্ত্ববিদ পণ্ডিতে Sympathetic Magicৰ কথা উলিয়াইছে। অৰ্থাৎ হাবিত যিবোৰ জন্তু চিকাৰ কৰিছিল ছবিত সেইবিলাক মৰা দেখুৱাই চিকাৰলৈ গলে গুদা হাতে উলটি আহিব নালাগে বুলি তেওঁলোকৰ বিশ্বাস আছিল। এন্ধাৰ গুহাত এইবোৰ ছবি আঁকি পূজা পাতল কৰি মন্ত্ৰ মাতি চিকাৰলৈ ওলাই গলে কৃতকাৰ্য্য হবই হব এই বিশ্বাস তেওঁলোকৰ আছিল। তেওঁলোকে শিলত কটা তিৰোতাৰ মূৰ্ত্তি দেখিবলৈ কুৰূপ। এই মূৰ্ত্তিবিলাক কটাৰ গুৰিতো এনেবিধ এটা বিশ্বাস বুলি কিছুমানে কয়। তেওঁলোকৰ সন্মুখত যিবিলাক জীৱন্ত মূৰ্ত্তি আছিল, সেইবিলাকো নিশ্চয় দেখিবলৈ কুৰূপ আছিল আৰু তেওঁলোকে নিশ্চয় মহা আয়মেৰে

জুইৰ ওচৰত বহি, নাইবা বনৰীয়া জন্তুৰ লোমৰ পোছাক পিন্ধি আয়মেৰে আছিল, সেইবাবে সেইসকল তিৰোতাক সন্তুষ্ট কৰিবলৈ তেওঁলোকৰ প্ৰতিমূৰ্ত্তি সাজি মৰম দেখুৱাই বশ কৰিছিল বুলি কিছুমানে ভাবে।

যি হওক সেই যুগৰ মানুহে চিকাৰ কৰিয়েই জীৱন নিয়াইছিল। আৰু এইদৰে মানুহে সংগ্ৰামৰ মাজেদি বৰ্ত্তমান সভ্যতাত থিয় দিছেহি।

বাঁহী ২৪শ বছৰ।

# আঁৰ কাপোৰৰ আঁৰত আন্তৰ্জ্জাতীয় ৰহস্য

১৯০৮ চনৰ জুলাই মাহ। পশ্চিম আকাশত বেলি মাৰ যাব ধৰিছে। মাৰ যাব খোজা বেলিৰ ৰঙা আভাই গোটেই আকাশ ছাটি ধৰি বাৰ্জ্জেন খালৰ ( জাৰ্ম্মেনীত ) দৃশ্য অতি মনোৰম কৰি তুলিছে। বাৰ্জ্জেনৰ খালত জাৰ্ম্মান সম্ৰাট কাইজাৰৰ “হোহেনজাল’নছ” নামৰ খেলনাও ( Yacht ) বন্ধা। কাইজাৰে নাওৰ ‘ডেক’ত টহলি ফুৰিছে।

এনেতে সম্ৰাটৰ দৰ্শন পাবলৈ মাৰ্কিন যুক্তৰাষ্ট্ৰৰ বাতৰি কাকতৰ প্ৰতিনিধি মিঃ হে’ল অহা বুলি দুৱৰীয়ে বাতৰি দিলেহি। মিঃ হে’ল আহিলত কাইজাৰে সাদৰি আনিলে। “সাধাৰণতে মই কোনো বাতৰি কাকতৰ প্ৰতিনিধিৰ লগত দেখা-সাক্ষাৎ নকৰোঁ। আপোনাক এজন নাগৰিক ( citizen ) হিচাপেহে ধৰি সাক্ষাৎ হবলৈ দিছোঁ। আপোনাৰ লগত মোৰ যি কথা-বতৰা হয় সেইবোৰ যদি কোনো বাতৰি কাকতত প্ৰকাশ কৰিবলৈ বিচাৰে, তেন্তে জাৰ্ম্মানীৰ পৰৰাষ্ট্ৰ বিভাগৰ পৰা মঞ্জুৰ কৰাই লব লাগিব।” এইদৰে কাইজাৰে তেওঁক জনালে। মিঃ হে’ল তাত মান্তি হল। ইয়াৰ পাচত দুযো কথা বতৰা হবলৈ ধৰিলে।

* * *

১৯০৮ চনত জাৰ্ম্মান সম্ৰাট কাইজাৰ ৱিলহেল্মৰ লগত আমেৰিকাৰ বাতৰি কাকতৰ প্ৰতিনিধি মিঃ বেয়াৰ্ড হে’লৰ হোৱা সাক্ষাৎ সম্পৰ্কে পাশ্চাত্য জগতৰ ৰাজনৈতিক মহলত খুব চাঞ্চল্য উপস্থিত হয়। পোনতে কাইজাৰৰ বাতৰি কাকতৰ প্ৰতিনিধিৰ লগত দেখা সাক্ষাৎ এয়ে প্ৰথম, দ্বিতীয়তে কাইজাৰে আন্তৰ্জ্জাতীয় ৰাজনীতি সম্পৰ্কে খোলাখুলিকৈয়ে আলোচনা কৰিছিল বুলি প্ৰকাশ হোৱাত ৰাজনীতিকসকল সকলো কথা জানিবলৈ বৰ উদ্গ্ৰীৱ হৈ আছিল।

"ছেঞ্চুৰী মেগাজিন" নামৰ মাহেকীয়া কাকত এখনত সকলো প্ৰকাশিত হবৰ কথা। পাঠকসকলে বাট চাই আছে। এই সম্পৰ্কে দৈনিক কাকত বিলাকত কত কল্পনা-জল্পনা চলিছে। আনকি, ইয়াৰ বিৱৰণ ছপাখনাত 'কম্পজো' হৈ গৈছে। এনেতে কাকতৰ ফালৰ পৰা পাঠক সমাজক জনোৱা হল যে উক্ত বিৱৰণ তেওঁলোকে প্ৰকাশ কৰিব নোৱাৰে। অকস্মাতে এই বাতৰি প্ৰকাশ হোৱাত পাঠক সমাজৰ কৌতুহল আৰু বেছি বাঢ়িল। কতই কত ৰকমে উলিয়াব ধৰিলে। দৈনিক কাকতৰ উদ্ভাৱনশীল সহকাৰী সম্পাদক সকলে নিজৰ কল্পনাৰ বলেৰে কত ৰকমৰ কথা লিখি প্ৰকাশ কৰিব ধৰিলে। ইয়াৰ বাবে ইখন কাকতৰ লগত সিখন কাকতৰ বাদ-প্ৰতিবাদ চলিবলৈ ধৰিলে। এই দৰেই চলিল। কিন্তু এই আন্তৰ্জাতিক ৰহস্য আঁৰ কাপোৰৰ আঁৰতেই থাকিল। জগতৰ ওচৰত ই এটি প্ৰহেলিকাময় হৈয়েই থাকিল।

এতিয়া ২৫ বছৰ পাৰ হল। যি জন লোকে ১৯০৮ চনৰ জুলাইত বাৰ্জেনৰ খালত কাইজাৰৰ লগত সাক্ষাৎ কৰিছিল, তেওঁ স্বৰ্গী হবৰো ভালেমান দিন হল। অলপতে ১৯৩৪ চনত তেওঁৰ পুতেকে অকস্মাতে পুৰণি কাকতৰ টোপোলাৰ মাজত এইবিলাকৰ "নোট" আদি থকা বহুতো কাকত পালে আৰু যোৱা মে মাহত "এটলাণ্টিক মান্থলী" নামৰ মাহেকীয়া কাকত এখনত সকলো প্ৰকাশ কৰিছে। এই শতাব্দীৰ প্ৰথম ভাগত "ৰুছ জাপান" যুদ্ধ হৈছিল আৰু কাইজাৰে ইয়াৰ ৩ বছৰৰ পাছত এইবোৰৰ আলোচনা কৰিছিল বুলি সকলোৱে মনত ৰাখিব লাগিব। সেই সময়ৰ আন্তৰ্জাতীয় বুৰঞ্জী দৰ জটিল। প্ৰথম মহাৰণ লাগিবলৈ তেতিয়াও ৬ বছৰ আছিল। ইফালে হেগৰ সম্মিলনে দেখুৱালে জাৰ্ম্মানী য়ুৰোপত অকলশৰে থাকিব লাগিব। এনেবিধৰ ঘটনাৱলীৰ মাজতো কাইজাৰে এইবোৰ কথা কৈছিল বুলি মনত ৰাখিব লাগিব।

* * * *

"আপোনালোকৰ প্ৰেছিডেণ্ট কেনে আছে?" কাইজাৰে প্ৰশ্ন

কৰিলে "তেওঁ বৰকৈ কাম কৰিবলগীয়া হৈছে, নহয় নে? তেওঁৰ লগত মোৰ দেখা হব নে নহয় কব নোৱাৰোঁ। যাক, আপোনাসকলে কৈ মেলি তেওঁক চিকাৰ কৰিবলৈ, নাইবা, আন কিবা কামত আফ্ৰিকালৈ পঠাব নোৱাৰে নে?" এই বুলি কাইজাৰ অলপ ৰ'ল। তাৰ পাছত পুনৰ আবেগপূৰ্ণ মাতেৰে কবলৈ ধৰিলে মিঃ ৰুজভেল্ট এজন শক্তিশালী লোক, ব্যক্তিত্ব থকা লোকৰ আদৰ্শ। এই জগতে লোকৰ প্ৰতিভা নিবিচাৰে গভীৰ পাণ্ডিত্য থকা লোকৰ গুণগ্ৰাহী হবলৈ নাযায়, নাইবা বুদ্ধিৰ তীক্ষ্ণতা থকা লোককো নিবিচাৰে। জগতে বিচাৰে ব্যক্তিত্ব থকা লোক। যি কথা সঙ্গত, যি ন্যায় ধৰ্ম্ম সঙ্গত, আৰু তাৰ কাৰণে যি সংগ্ৰাম কৰিবলৈ সাজু, প্ৰতিবাদী দলৰ নিন্দালৈ যি ভ্ৰূক্ষেপ নকৰি আত্মবিশ্বাসত বলীয়ান, তেওঁৱেইতো মানুহ, সেইজন শক্তিশালী পুৰুষৰ ওচৰত সকলোৱে মূৰ দোৱাবলৈ বাধ্য।

"চাওক, এই জগতত যি কামটো মহৎ, যি কামটো ডাঙৰ, সকলো এনেবিধৰ টান লোকৰ কাম! তেওঁলোকেই জগতত ভাঙে আৰু পাতে। জগতৰ বুৰঞ্জীত যেতিয়া সঙ্কটকাল উপস্থিত হয়, তেতিয়া এনেবিধ লোকৰ বাবে জগত অধৈৰ্য্য হৈ বাট চাই থাকে। বিশ্বজগত যেন এই স্ৰষ্টাৰ হাতত নতুন জীৱন লবলৈ বাট চাই আছে।

"পাৰ্লামেণ্টত নো কি হয়? পাৰ্লামেণ্টে সমালোচনা কৰিব পাৰে মাথোন, কোনো কাম বন্ধ কৰিব পাৰে। পাৰ্লামেণ্টে বিজ্ঞতাৰ পৰিচয় দিব পাৰে, কিন্তু ইয়াৰ পৰা কোনো ডাঙৰ কাম হব নোৱাৰে। কাম কৰে এজন লোকেই, নেতৃত্ব কৰে এজন লোকেই। শক্তিশালী পুৰুষেই সকলো ঠাইতে কৰ্ত্তৃত্ব কৰে। এয়েই সমাজৰ বিধান, মানৱৰ উন্নতিৰ এয়েই হৈছে মূল-নীতি। বাস্তৱ জগতৰ ন্যায় আৰু ধৰ্ম্মৰ বাবে আমি যুদ্ধ কৰিব লাগিব। 'বাইবল' খন যুদ্ধৰ কথাৰে ভৰা। মানুহৰ মাজত এটা ভুল ধাৰণা আছে যে খৃষ্ট ধৰ্ম্মত যুদ্ধৰ ঠাই নাই। কিয়? তৰোৱালেৰে খৃষ্টধৰ্ম্ম প্ৰচাৰ কৰাত প্ৰাচীন খৃষ্টানসকলৰ একো আপত্তি নাছিল। বলেৰে খৃষ্টান কৰিছিল দেখি আমি আজি খৃষ্টান হৈছোঁ।

কিন্তু মই এতিয়া সেই নীতি সমৰ্থন নকৰো। এতিয়া আমি আন উপায় লৈছো। বৰ্ব্বৰ সকলক জয় কৰি আমি পাছুৰী সকলৰ বাবে বাট চাফা কৰি দিওঁ, নহলে পাছুৰীসকল তেওঁলোকৰ ওচৰলৈ যাব কেনেকৈ? শুনিছো, কেইবছৰমানৰ পূৰ্ব্বতে আপোনাৰ মনত এইটো ভাৱ প্ৰবল হৈছিল যে তেওঁলোকে যি স্থলত সকলো বিষয়তে পাশ্চাত্য জগতৰ আদৰ্শ লৈছে, ধৰ্ম্ম বিষয়তো তেওঁলোক জাতি হিছাপে পাশ্চাত্য জাতিৰ দৰে এটা ধৰ্ম্মকেই মনা ভাল বুলি সকলো ধৰ্ম্মসম্পৰ্কে তদন্ত কৰিবলৈ কমিটি বহুৱালে। কমিটীয়ে খৃষ্টধৰ্ম্মৰ কথা কি কলে জানেনে? খৃষ্ট ধৰ্ম্ম হেনো সৈনিকৰ ধৰ্ম্ম নহয়। জাপানীইতে খৃষ্ট ধৰ্ম্ম জানে? জগতৰ বুৰঞ্জীত যি সকল শ্ৰেষ্ঠ সৈনিকৰ নাম আমি পাওঁ, তেওঁলোক সকলোৱেই যে খৃষ্টান। শৌৰ্য্য আৰু বীৰ্য্যৰ সৰ্ব্বোত্তম মাত্ৰা এই ধৰ্ম্মত যে বিদ্যমান আছে।

ইয়াৰ পাছত তেওঁ এছিয়াৰ প্ৰশ্ন আলোচনা কৰিব ধৰিলে। অলপ উত্তেজিত হৈ তেওঁ কলে—"কিমান দিন হল—'পীতাতঙ্কৰ' ( Yellow peril ) পীত জাতি জাপান আৰু চীনে জগতক গ্ৰাস কৰিব বুলি আশঙ্কাৰ কথা সকলোকে মই জনাইছিলো। কৰিৰ কল্পনা, নাইবা কাব্য ৰচনাও মই কৰা নাছিলোঁ। মোৰ ভবিষ্যত বাণীৰ ভিতৰত অস্পষ্ট একোৱেই নাছিল। সি আজি ১৫ বছৰ পূৰ্ব্বৰ কথা। মই সাহেবে কলো দেখি জগতৰ লোকে মোক হাঁহিছিলে। এতিয়া কিন্তু নাহাহেঁ, হাঁহিৰ দিন এতিয়া পাৰ হৈ গৈছে। সকলোৱেই জানে এতিয়া এছিয়াৰ লগত পাশ্চাত্য জগতৰ সংঘৰ্ষ অনিবাৰ্য্য—পীত আৰু শ্বেত জাতিৰ সংঘৰ্ষ অনিবাৰ্য্য। অস্বীকাৰ কৰিব নোৱাৰো এই সঁচা কথাষাৰক। যদি আমি নিজে চকু মুদি অস্বীকাৰ কৰোঁ, তেন্তে নিজৰ নিৰ্ব্বুদ্ধিতাৰেই আমি পৰিচয় দিম। সেই সত্যৰ সম্মুখীন হবলৈ আমি সাজু হব লাগিব। পিতৃপুৰুষ সকলে আমাৰ বাবে যি সভ্যতা থৈ গৈছে, ভগবানে আমাক যি ধৰ্ম্ম দিছে, সেই ধৰ্ম্ম ৰক্ষা কৰিবৰ পৱিত্ৰ কৰ্ত্তব্য যদি আমি উপলব্ধি কৰো, তেন্তে পিতৃপুৰুষৰ সতি-সন্ততি বুলি চিনাকী দিবৰো অযোগ্য।

"শ্বেত আৰু পীতৰ প্ৰথম যুদ্ধ হৈ গল। দুখৰ বিষয় আমি হাৰিলো কছিয়াই অকলে আমাৰ হৈ যুদ্ধ দিব লগীয়া হৈছিল। কি দুখৰ কথা কছিয়াৰ ভাগ্যত এই বোজা পৰিল। হে ভগবান, যদি মোৰ সেনাবাহিনীয়ে সুযোগ পালেহেতেন! সেয়ে হোৱা হলে আমি কাম চমু-চপাই থলোহেঁতেন।"

"আমাৰ শত্ৰু অকলশৰীয়া জাপানেই নহয়। সঙ্ঘবদ্ধ এছিয়াৰ নেতা হিছাবে জাপান আমাৰ প্ৰধান শত্ৰু। প্ৰাচ্য জাতিসমূহক একেলগ হব নিদিলে জ্ঞানীৰ দৰে আমাৰ কাম কৰা হব। জাপানে যাতে চীন দেশখন গ্ৰাস কৰিব নোৱাৰে, তালৈ আমি বিশেষকৈ চকু ৰাখিব লাগিব।"

ইয়াৰ পাছত ইংলণ্ডৰ কথা উল্লেখ কৰি কলে—"শ্বেত জাতিৰ স্বাৰ্থৰ কাৰণে গ্ৰেটবৃটেন বিশ্বাসঘাতক। তেওঁলোকৰ অৱস্থা বিষম হৈছে বুলি জানিব। তেওঁলোকৰ সাম্ৰাজ্য ধ্বংসৰ বাটত। জাপানৰ লগত তেওঁলোকৰ বন্ধুতা যদি ৰক্ষা কৰিয়েই চলিব লগীয়া হয়, তেওঁলোকৰ এই সাম্ৰাজ্য কেনেকৈ ৰক্ষা পৰে মই বুজি নাপাওঁ। স্বাৰ্থত কোব পৰিলে স্বদেশপ্ৰেমৰ ভাবুকতা নাথাকে। আপুনি জানেনে কিয় অষ্ট্ৰেলিয়া আৰু নিউজিলেণ্ডে তেওঁলোকৰ দেশৰ উপকূললৈ আমেৰিকাৰ নৌ-বাহিনী পঠাবলৈ প্ৰেছিডেণ্ট ৰুজভেণ্টক অনুৰোধ কৰিছিল। জানেনে ইয়াৰ কাৰণ কি?

"মোৰ খুড়াদেউৰ গভৰ্ণমেণ্টক (বৃটিশ গভৰ্ণমেণ্ট) জনাই দিবলৈ এই আমেৰিকাৰ যুক্ত-ৰাষ্ট্ৰত তেওঁলোকে এনে এজন মিত্ৰ পাইছে যি শ্বেত জাতিলৈ তেওঁলোকতকৈ বেছি কৰ্ত্তব্যপৰায়ণ। ডাঙৰীয়া এয়েই ইয়াৰ কাৰণ।

"দক্ষিণ আফ্ৰিকাত বৰ্ণ সমস্যা বৰ বিষম হৈছে। ইফালে ভাৰতবৰ্ষৰ অৱস্থাও সঙ্কটজনক। এই লৈ বৃটেন বিব্ৰত হৈছে। বৃটেনৰ লোকসকলে প্ৰকৃত কথা ভু-পোৱা হলে তেওঁলোক আৰু বিব্ৰত হৈ পৰিলহেঁতেন। মই এইবোৰ উবা কথা কোৱা নাই। মোৰ স্বজাতি

সকলৰ পৰা মই যিবোৰ বাতৰি পাইছো, তাৰ পৰা কব পাৰো যে তাৰ অৱস্থা তেওঁলোকে জনাতকৈও সঙ্কটজনক। ভাৰতবৰ্ষত এই সঙ্কট বঢ়াৰ আৰু এটা কাৰণ হৈছে ব্রিটিশ গৱর্ণমেণ্টে জাপানৰ লগত মিতিৰালি পাতিছে।"

"ইংৰাজে এছিয়াৰ এখন দেশৰ লোকক নিজৰ সমান বুলি ধৰি লৈ সম্মান দেখুৱাইছে, তেওঁলোকৰ লগত সম্মানৰ আদানপ্ৰদান কৰিছে, অথচ এছিয়াৰ আন এটা জাতিক অধীনতাৰ শিকলিৰে বান্ধি থৈছে। ইংৰাজে এই কথাষাৰৰ পৰাই নিজৰ বিপদৰ সৃষ্টি কৰিছে। ভাৰতবাসীৰ অন্তৰত এই কথাষাৰে কিমান দুখ দিছে আপুনি ভাবি চাওকচোন। তেওঁলোকৰ ছিপাহীয়ে যিমানেই বীৰত্ব নেদেখুৱাওক ছিপাহীৰ কামনাৰ বস্তু সম্মানৰ একমাত্র নিদর্শন "ভিক্টোৰীয়া ক্রছ" পাব নোৱাৰে, কাৰণ তেওঁলোক যে ক'লা মানুহ। ভাৰতবাসীয়ে গুই থকা অৱস্থাতো এই অপমান অন্তৰত অনুভৱ কৰিছে আৰু ইয়াৰ পৰাই এই সুপ্তিৰ মাজতো অসন্তোষৰ সৃষ্টি হৈছে। মই আপোনাক কৈ থওঁ ভাৰতবাসীৰ মাজত যি সকলে অসন্তোষৰ সৃষ্টি কৰি আছে, তেওঁলোক হৈছে ছদ্মবেশী জাপানী এজেণ্ট। এতিয়া যদি "চীনৰ ডাঙৰ ককায়েক" এজনৰ প্রয়োজন হৈছে, তেন্তে আমিয়েই হব লাগিব—জাপানক "ডাঙৰ ককায়েক" হবলৈ দিব নোৱাৰি।

"আমেৰিকাৰ যুক্তৰাষ্ট্ৰই এছিয়াৰ এই সমস্যাৰ গুৰুত্ব বুজি পাইছে। কোটি কোটি পীত জাতিৰ নৰ-নাৰী থকা দেশৰ মহাসাগৰৰ সিপাৰত থাকি আমেৰিকাই য়ুৰোপতকৈ সোনকালে ভৱিষ্যত বুজি পাইছে।

"মোৰ লগতে এক হৈ চীনত, আমেৰিকাই কাম কৰিব পাৰে: এদিন পুৱা সাৰ পাই উঠি গোটেই জগতে পঢ়িব—'আমেৰিকা আৰু জাৰ্ম্মানীয়ে চীন দেশত চীনৰ ৰাজত্ব মানি চীন সাম্রাজ্যৰ আন আন অংশত "মুকলি দুৱাৰ" নীতিৰ ( Open door policy ) ঘোষণা পত্র। হোঃ হোঃ হোঃ! সিপাৰত থকা মোৰ খুড়াদেউৰ দেশৰ

বন্ধুসকলে কি ভাবিব মই তাকেই কল্পনা কৰিছোঁ। এই বুলি সম্ৰাটে কিছু পৰলৈ হাঁহিলে।

"মই কওঁ শুনক—য়ুৰোপত যদি কোনো এটা শক্তিশালী জাতি হয়—ব্ৰিটেনে তেওঁক অকলশৰীয়া কৰিবই কৰিব—এয়েই তেওঁলোকৰ নীতি, আজি জাৰ্ম্মানী য়ুৰোপত এটা শক্তিশালী জাতি, সেই কাৰণে ব্ৰিটেনে বাৰ্লিনৰ বাহিৰে আন সকলো ৰাজধানীৰে সৈতে মিতিৰালি কৰি ফুৰিছে।

"ভয় নাই ভবিষ্যত আমাৰ হাতত, শ্বেত জাতিৰ হাতত। পীত জাতি নাইবা কৃষ্ণ জাতিৰ হাতত নহয়। খ্ৰীষ্টান ধৰ্ম্ম প্ৰটেষ্টাণ্ট ধৰ্ম্মৰ কাৰণেই ভবিষ্যত। আমিয়েই একমাত্ৰ এই জগতৰ সভ্যতা ৰক্ষা কৰিব পাৰিম।"

বাহী ২৪শ বছৰ।

# অবিষড়ষ্টক

শ্ৰীৰোহিনীকান্ত বৰুৱা এম, এছছি

( কছ সাহিত্যিক ছেকভৰ ছাঁত লিখা গল্প )

দুখত মানুহৰ সহানুভূতি ওপজে, শোকত হেনো মানুহে শান্তনা পায় আনৰ দুখৰ ভাগ লৈ। মানুহে কয় দুখনি শোকাতুৰ হিয়া একেটি সুৰতে বন্ধা থাকে—এটিৰ দুখৰ কথাত আনটিৰ ব্যথা মিলি উঠে বিষাদৰ বুকু-ভঙা করুণ বিননি। এইবোৰ প্ৰকৃততে সঁচানে ?

মানুহৰ দুখ এটি সৰ্ব্বগ্ৰাসী দানৱ— মানুহৰ শোক বিশ্ব-বিস্মৃতিৰ প্ৰলয় পয়োধি। শোক-দুখত মানুহৰ মন মাথোন নিজৰ বেদনাকে লৈ ব্যস্ত থাকে, শত ব্যথিতৰ দুখৰ হুমুনিয়াহে তাত অতি নিষ্ঠুৰ ভাৱে প্ৰতিহত হৈ শান্তি লভে অনন্তৰ চিৰ সমাধিত। সঁচাকৈয়ে শোকাতুৰ অসুখীয়া মানুহৰ দৰে স্বাৰ্থপৰ, অনুভূতিহীন প্ৰাণী বোধকৰো কোনো নাই। মোৰ জীৱনৰে আজি বহুত দিনৰ আগৰ এটি ঘটনাই তাৰেহে প্ৰমাণ কৰে। এদিন এজন মানুহক মই কিভাৱে অন্যায় কৰিছিলো, তাৰেহে আজি অনুপাতভৰা সোৱঁৰণী তলৰ কাহিনীটি।

'২০ চনৰ ডিচেম্বৰ মাহ। বাহিৰত প্ৰকৃতিৰ চেঁচা করুণ পৰশ,— প্ৰাণৰ সঞ্চাৰ বিচাৰি ব্যৰ্থ হৈ বিশ্ব-প্ৰকৃতিয়ে যেন হতাশৰ দীৰ্ঘশ্বাসত সকলো কঁপাই তুলিছে, উস্! ১৩ ডিচেম্বৰৰ সেই ৰাতিৰ একখন্তা! কি ভীষণ! আমাৰ সংসাৰৰ একেটি মাথোন আঁচলৰ ধন, সেই নিশাতেই কালে হৰি নিলে! ডাক্তৰ মই নিজে, তথাপি মোৰ শত অভিজ্ঞতাৰ ব্যঙ্গ পৰিহাস যেন এই ১৩ ডিচেম্বৰতে অভিনীত হৈ গল!

১৪ ডিচেম্বৰ। ৰাতি দহমান বাজিছে। বাহিৰত সোঁসোঁকৈ চেঁচা বতাহ বলিছে। মোৰ আজি শূন্য ঘৰৰ প্ৰতি কোণে কোণে ব্যৰ্থতাৰ

বেদনা উপচি পৰিছে। আজি মুক্ত অনাবিল স্বৰ্গীয় হাঁহিৰ সলনি মোৰ ঘৰত বাজিছে ৰিক্ততাৰ হাঁহাকাৰ!

স্মৃতিৰ শলিতা জ্বলাই আমি দুয়ো নিমাত নিথৰ শূন্যবেদীৰ সমুখত।

সচাকৈয়ে নিস্তব্ধতা কিমান সবাক! শোকৰ স্বৰূপ নিস্তব্ধতা তাতে তাৰ সৌন্দৰ্য্য ফুটি উঠে। মানুহৰ আবেগৰ বাহন ভাষা নহয়—মূক মুহূৰ্ত্তবোৰৰ তীব্ৰতাতে তাৰ বাগ্মীতা।

বাহিৰত আন্ধাৰ। ভিতৰত মাথো শোৱনী কোঠাৰ চাকিটো জ্বলি আছে। পত্নীৰ মলিন মুখত পোহৰৰ ৰেখাই বিষাদৰ গভীৰ কালিমা আৰু স্পষ্ট কৰিছে। কোঠাটোৰ ইমূৰৰ পৰা সিমূৰলৈ মই সংজ্ঞাহীনৰ দৰে খোজ কাঢ়িছো, কিয় কব নোৱাৰো। পত্নীক শান্বনা দিবলৈ মোৰ ভাষা নাই, এই সহায়হীনতাতে যেন এটি অপূৰ্ব্ব কবিতা ফুটি উঠিছে—ই যেন অন্ধ নিয়তিলৈ বিষাদ সঙ্গীতৰ এটি মৰ্ম্মন্তুদ অৱদান।

"ডাক্তৰ, ডাক্তৰ! বাহিৰলৈ এবাৰ আহকচোন।" কোনোবাই অধীৰ হৈ দুৱাৰত আগন্তুকৰ জাননী দিলেহি। মোৰ কিন্তু তালৈ ভ্ৰূক্ষেপ নাই, আপোন মনেৰে বলিয়াৰ দৰে মই তেতিয়াও ঘৰটোৰ ইমূৰৰ পৰা সিমূৰলৈ টহলি আছো। "ডাক্তৰ, ডাক্তৰ ডাঙৰীয়া, অলপমান মাত দিয়কচোন।" আকৌ কাৰোবাৰ অধীৰ কণ্ঠ শুনিলো। বাহিৰলৈ যন্ত্ৰচালিতৰ দৰে ওলাই গলো।

গাত এটা 'অভাৰ কোট', ভৰিত জোতা মোজা, আৰু মূৰত "নাইট কেপ" পিন্ধা মানুহ এজন দেখা পালো। মানুহজনে মোক দেখিয়েই মোৰ হাত দুখন অধীৰ ভাৱে ধৰি কলে, "ডাঙৰীয়া, মোৰ পৰম সৌভাগ্য যে আপোনাক মই পালোহি। ঘৰত মোৰ পৰিবাৰৰ বৰ টান নৰীয়া। আপুনি অনুগ্ৰহ কৰি আহি তেওঁক জীৱ দান দিয়কহি।"

কথা শুনি মোৰ হাঁহি উঠিল মনে মনে, ই কি নিষ্ঠুৰ পৰিহাস! জীৱন-দাতাৰ ক্ষমতা মোৰ থকাহেতেন আজি জানো মোৰ জীৱন ইমান দুখৰ হলহেতেন!

নিজৰ অন্তৰৰ সকলো সুখৰ উৎস ইমান অকস্মাতে শুকাই যাবলৈ দিব মই জানো দিলোহেঁতেন।

"ডাঙৰীয়া, মোক ক্ষমা কৰিব। মোৰ ক্ষমতা নাই যে আপোনাৰ পত্নীক মই ভাল কৰোঁ। মোৰ নিজৰ লৰাকে মই ধৰি ৰাখিব নোৱাৰিলোঁ, মই আকৌ লোকৰ দুখ কেনেকৈ পাতলাম? আপুনি আন ভাল ডাক্তৰ বিচাৰি যক।"

মানুহজনে মোৰ কথা শুনিও মোক ব্যতিবস্ত কৰি তুলিলে, "ডাঙৰীয়া, মই পাৰোঁতে আপোনাৰ ওচৰলৈ অহা নাই। মই এতিয়া এই ৰাতিখন ক'ত ডাক্তৰ বিচাৰি ঘূৰি ফুৰিম? আহক, আপোনাক কাবৌ কৰি মাতিছোঁ, মোক এই বিপদৰ পৰা উদ্ধাৰ কৰক।"

"ডাঙৰীয়া, আপুনিয়ে এবাৰ ভাবি চাওক। কালি ৰাতি মাথোন মোৰ লৰা ঢুকাইছে। শোকত জৰ্জৰিত মোৰ পৰিবাৰক মই অকলে এৰি কেনেকৈনো যাও বাৰু, আ পুনিয়ে কওকচোন।"

"ডাক্তৰ ডাঙৰীয়া, মোৰ হিয়া শিলেৰে বন্ধোৱা নহয়। আপোনাৰ দুখত সঁচাকৈয়ে মোৰ চকুলো ওলাইছে। কিন্তু কি কৰিব, মই নিৰুপায়, সামান্য অসুখ হোৱা হ'লে আপোনাক মই ইমান আমনি নিদিলোহেঁতেন। কিন্তু এগৰাকী গাভৰু তিৰোতাৰ জীৱন মৰণৰ মীমাংসাৰ ভাৰ আজি আপোনাৰ ওপৰতে।"

মানুহজনে কওতে মাতবোৰ কঁপি উঠিছিল—তাত বাজি উঠিছিল এটি গম্ভীৰ আন্তৰিকতা।

কিছুপৰ আমি দুয়ো নিমাত। অৱশেষত বহুত ভাবিচিন্তি মই যাবলৈকে থিৰ কৰি ক'লো—"আপোনাৰ তালৈ ইয়াৰ পৰা কিমান দূৰ?"

মানুহজনে মই যাম বুলি জানি জাঁপ মাৰি উঠি কলে—"এই মাথোন সাত আঠ মাইলমানহে হ'ব। ৰাস্তা ভাল। মোৰ মটৰ বাহিৰত বৈ আছে। আপোনাৰ এঘণ্টাতকৈ বেছি সময় মই নষ্ট নকৰোঁ। ব'লক, ডাক্তৰ ডাঙৰীয়া।"

ছুয়ো গৈ মটৰত বহিলো। নৈশ নিস্তব্ধতা ভেদি আমি বিস্থাশবদে যাবলৈ ধৰিলোঁ। নগৰৰ পৰা ওলাই আমি অকলশৰীয়া আলি এটাই দি গৈ আছোঁ। মাজে মাজে একোটি একোটি পঁজাঘৰৰ ক্ষীণ চাকিৰ পোহৰ দেখা যায়, মাজে মাজে দেখোঁ আলিৰ দাঁতিৰ ক'লা পানীৰ বুকুত গছৰ ছাঁ টোপনিত যেন লালকাল! প্ৰকৃতিত যেন কান্দোনৰ উচুপনি! পৃথিবীখনি যেন অনুতাপত ডেই পুৰি মৰা কোনোবা পতিতাহে, অতীতৰ বসন্তসমাৰোহ, বৰ্ষাৰ উন্মাদ আনন্দৰ সোৱঁৰণীৰ কথা ভাবি শীতৰ নিস্তব্ধ ৰাতি নীৰৱে চকুপানী টুকিছে।

আমাৰ কাৰো মুখত এযাৰি মাত নাই। ছুয়ো সমুখৰ এই আন্ধাৰত নিজকে বিলাই দি আপোনাৰ কথা লৈয়ে ব্যস্ত। হঠাৎ মটৰ গাড়ীখন আহি ঘৰ এটাৰ সমুখত ৰ'ল। এয়ে আমাৰ গন্তব্য ঠাই। ওচৰত কাৰো সাৰ-সহঁাৰি নাই। কেউফালে মাথো বহল পথাৰে আবৰি আছে।

মানুহজনে মোক মটৰৰ পৰা নমাই বাট দেখুৱাই লৈ গ'ল। মোক ডেওঁৰ ড্ৰইং কমলৈ লৈ গ'ল। সাজসজ্জাত ড্ৰইং কমটোত সুৰুচিৰ সুন্দৰ সমাবেশ আছিল। কোমল ওখ গাদী পৰা চকি এখনত বহুৱাই ডেওঁ ভিতৰলৈ সোমাই গ'ল। মোক কৈ গল—"আপুনি অলপ পৰ বহক। মই এবাৰ ভিতৰত আপোনাক নিবলৈ দিহা কৰি আহোঁ।"

ঘৰটোৰ কেউফালে নিসাৰ সাৰ। কোনোবা মানুহ যে ইয়াত থাকিব পাৰে প্ৰথমতে ভাবিবই নোৱাৰি। এই জনহীন প্ৰান্তৰত ইয়াৰ অস্তিত্ব যেন এটি বিৰাট ৰহস্য।

কেইবা মিনিটো মই এনেকৈ অকলশৰে বহি কটালো। ড্ৰইং কমৰ সিফালৰ দীঘল বাৰান্দা দেখা তুৱাৰেদি ভিতৰলৈ চাই পঠিয়াইছো, মাজে মাজে—কিন্তু কাৰো অহাৰ শব্দ শুনা নাই। ড্ৰইং কমৰ 'পেণ্ডুলাম্ ক্লকটোৱে' টং টং কৈ শব্দ কৰি ৰাতিৰ বাৰ বজাৰ জাননী দিলে—এটি দিনৰ বিননিৰ ওপৰত অনিশ্চিতৰ আগমনীৰ সূচনা হ'ল আৰু এটি দিনৰ পাতনিত।

আৰু কেইবা মিনিটো পাৰ হ'ল—মোৰ মনটো উগুল থুগুলা লাগি পৰিছে। ভাবিছো সেই অকলশৰীয়া ঘৰটিৰ সকলো দুখৰ হুমুনিয়াহ, মোৰ সেই দুৰ্ব্বল সহধৰ্ম্মিণীয়ে বোধিছে কেনেকৈ?

এনেতে ভিতৰত শুনিলো কাৰোবাৰ হিয়া কঁপোৱা মাত "আঃ!" লগে লগে শুনিলো বিভ্ৰান্ত পদক্ষেপ! সমুখৰ দুৱাৰত সেই ঘৰৰ গৃহস্থ।

কালৰ অতৰ্কিত পৰিবৰ্ত্তন বিশ্বাস কৰো; কিন্তু সিও মোৰ আজিলৈকে ধাৰণা আছিল সময়-সাপেক্ষ বুলি। আজি সেই ধাৰণাও মোৰ ভুল বুলি প্ৰমাণিত হ'ল। সমুখত থকা গৃহস্থজনৰ মুখৰ পৰিবৰ্ত্তন দেখি মই নিজেই অবাক হলো - সন্দেহ হ'ল ই ক'ৰবাৰ মায়াপুৰী নেকি? পাঁচ মিনিটৰ আগতে দেখা মানুহজনেই যে এই, ভাবিবলৈকো ভয় লাগে। তেওঁৰ মুখত এটি অব্যক্ত যন্ত্ৰণা। শৰীৰৰ অস্থিপঞ্জৰ সকলো যেন কোনোবাই কঁপাই দিছে!

তেওঁ বলিয়াৰ দৰে বকিবলৈ আৰম্ভ কৰিলে। "উস্! কি নিদাৰুণ প্ৰতাৰণা! হিয়া উবুৰিয়াই ভাল পোৱাৰ এয়েই পৰিণাম নে? তোমাৰ কাৰণে মই কি কৰা নাই? সংসাৰৰ সকলোৰে পৰা আঁতৰি আহি এই নিৰ্জ্জন প্ৰান্তৰত বাস কৰিছিলো—মৰমৰ সকলো বান্ধোন ছিঙি তোমাৰ কাৰণেই আজি মই নিঠৰুৱা হলো। সংসাৰৰ কোনো বাধাকে বাধা নুবুলিলো, সমাজৰ কোনো শাসনেই মোক টলাব নোৱাৰিলে, আৰু তাৰ প্ৰতিদান! উস্!!"

তেওঁৰ দুচকুৰেদি দুধাৰি চকুলো বৈ গল। "ডাক্তৰ ডাঙৰীয়া, আজি মোৰ এই দুৰ্ঘটনাৰ আপুনি আকস্মিক সাক্ষী মোৰ কি করুণ অৱস্থা ভাবি চাওক।"

সকলো আন্তৰিকতাৰে সৈতে মানুহজনে মোক তেওঁৰ থকা জীৱনৰ সকলো কথা উবুৰিয়াই দিবলৈ ধৰিলে। হিয়াৰ সকলো আবেগেৰে তেও মোলৈ অকনো সঙ্কোচ নেৰাখি, তেওঁৰ জীৱনৰ দুখ সুখৰ কাহিনী কবলৈ আৰম্ভ কৰিলে। অলপ পৰ ধৈৰ্য্য ধৰি তেওঁৰ কথা মই শুনাছেতেন বোধকৰো আমি দুয়ো দুয়োকো বেছি ভালকৈ বুজিবা

পাৰিলোহেঁতেন—হয়তো তেওঁৰ দুখত ময়ো দুটুপি সহানুভূতিৰ চকুপানী পেলাব পাৰিলোহেঁতেন। কিন্তু দুৰ্ভাগ্য! সেয়ে হৈ নুঠিল। মই ইমান পৰ আছিলো প্ৰায় অন্যমনস্ক হৈ। এতিয়া অন্যমনস্কতাৰ ঠাই অধিকাৰ কৰিলে ঘিণ আৰু বিৰক্তিয়ে। প্ৰশ্ন কৰিলো "ৰোগী ক'ত ?"

মোৰ প্ৰশ্নৰ উত্তৰত তেওঁ মোৰ হাতত দিলে এখন ছবি! কলে 'ডাঙৰীয়া, চাওকচোন এই অজলা চকুকেইটিৰ আঁৰত কোনে ভাবিব প্ৰতাৰণাৰ নীচ অভিসন্ধি আছে বুলি। মোত যদি তেওঁৰ আসক্তি নাছিল, কিয় তাকে নকৈ মোৰ এই অশান্তিৰ সৃষ্টি কৰিলে ?

মোৰ তেতিয়া খঙে মূৰৰ চুলি পাইছিলগৈ। খঙত কঁপি কঁপি মই কলো—"আপোনাৰ এই জঘন্য কাহিনী শুনিবলৈ মই ইয়ালৈ অহা নাছিলো। এই দুপৰ নিশা মোক আপুনি এনেকৈ ধেমালি কৰিবলৈ কিয় মাতি আনিছিল, কওক।"

তেওঁ অনুনয়ৰ সুৰত কলে, "ডাক্তৰ ডাঙৰীয়া, আপুনি মোৰ ওপৰত মিছা দোষাৰোপ কৰিছে। আপুনি মোৰ এই দুৰ্ভাগ্য দেখিও মোলৈ অকণো সহানুভূতি দেখুৱাব নোৱাৰে নে ? কোনে জানিছিল মোৰ বন্ধুৱে মোৰ এনেকৈ সৰ্ব্বস্ব হৰি নিব। আপুনি ভাবিব পাৰেনে মোক আঁতৰ কৰি দুয়ো পলাবৰ অভিপ্ৰায়েৰেই মোৰ পৰিবাৰে বেমাৰৰ ভাও ধৰিছিল। ডাঙৰীয়া মোৰ অৱস্থা অলপমান বুজিবলৈ চেষ্টা কৰক। আপোনাৰ পৰা মোৰ এই দুৰ্ভাগ্যত সহানুভূতিহে মই আশা কৰো। মই কিমান অসুখীয়া।

"অসুখীয়া ? কিহৰ ? লম্পটৰ অসুখ আকৌ কি ?

জঘন্য পাপৰ খলিত মোক এনেকৈ অপমান কৰিবৰ আপোনাৰ কি এক্তিয়াৰ আছিল ? জানে মোৰ লৰাই কালি মোক এৰি থৈ গৈছে, অকলশৰীয়া ঘৰটোত মোৰ সহধৰ্ম্মিনী পৰি আছে। আপোনাৰ কি অধিকাৰ আছিল মোৰ শোকৰ শৰীৰত বিৰক্তি দিবলৈ।

শোকৰ অগনিত জ্বলি থকা অন্তৰত আনৰ দুখৰ চকুৰপানী উৱি যায় তাৰে উত্তাপত। মোৰ চকু তেতিয়া মোৰ দুখৰ চকুলোৰেই

অন্ধলা আছিল, মই আনৰ দুখ দেখিম কেনেকৈ ? আমাৰ ভিতৰত সমবেদনাৰ সুৰ বাজি উঠক ছাবি জ্বলি উঠিল পৰস্পৰৰ প্ৰতি বিদ্বেষ, ঘৃণা, বিৰক্তি। আমাৰ দুয়োৰো তাৰ পাচত্ ষি কথা-বতৰা হ'ল তাৰ স্থূলতাৰ আৰু বৰ্ব্বৰতাৰ চানেকী ইয়াত দিবলৈ আৰু লাজ লাগিছে।

ৰাতিৰ সেই গহীন আন্ধাৰত আমি আঁতৰি পৰিলো। বিদায়ৰ মুহুৰ্ত্তবোৰ মূৰ্ত্ত হৈ উঠিল সবাক নিস্তব্ধতাত। আমাৰ দুয়োৰো মাজৰ ব্যৱধান ভৰি পৰিল—ঘৃণা, বিৰক্তি আৰু বিদ্বেষেৰে। সেই মানুহজনৰ মটৰতে উঠি মই আহি ঘৰ পালো। গোটেই ৰাটটো মাথোন সেই মানুহজনে মোৰ প্ৰতি কৰা অন্যায়ৰ কথাকে ভাবি আছিলো—তেওঁৰ প্ৰতি কথাটিত প্ৰতি ভঙ্গীত মই দেখিলো অপমানৰ শক্তিশেল। এবাৰো ভাবি নেচালো তেওঁৰ দুখৰ কথা, তেওঁৰ সহায়হীনতাৰ কথা, তেওঁৰ প্ৰতি কৰা অন্যায় আচৰণৰ কথা! সৰল অন্তৰৰ হিয়াভৰা প্ৰেমৰ প্ৰতিদান নীচ বিশ্বাসঘাততাতো মোৰ অলপো হিয়া নকঁপিল, সেইকথা ভাবিলে মই নিজেই এতিয়াও আচৰিত হওঁ।

ৰাতিৰ আন্ধাৰে তেতিয়া মোক কেউফালে আবৰি ধৰিছিল। দুখৰ কলা আবৰণে সকলোকে আঁৰ কৰি কেউফালে তুলি দিছিল—প্ৰলয় পয়োধিত নাচি থকা বিশ্ববিস্মৃতিৰ ঢৌ!

বাঁহী ২৩শ বছৰ।

# আল্লাৰ নন্দন কানন

৺সিদ্ধিনাথ শৰ্ম্মাৰ নামত প্ৰকাশিত হৈছিল

আল্লাৰ নন্দন কানন—কিছুমান পৰ্য্যটকে আলজিৰীয়াৰ ৰাজধানী আলজিয়াৰ্ছক এই বুলি কয়। আৰবীয়সকলে আলজিয়াৰ্ছক হীৰা খটোৱা মৰকত মণি এডোখৰ বুলি কয়। ভূমধ্য সাগৰৰ পাৰত পৰ্ব্বতৰ গাত ধুনীয়া নগৰ খনি এই আলজিয়াৰ্ছ। এফালে আকাশ আহি সাগৰৰ পানীত লাগিছে, আনফালে বৰফৰে ঢকা পৰ্ব্বতৰ টিঙ, সূৰ্য্যৰ ৰশ্মিত পূৰা ৰঙা হৈ উঠে। এনেকুৱা প্ৰাকৃতিক সৌন্দৰ্য্যৰ মাজত আলজিৰীয়া দেশৰ এই ৰাজধানী। পৰ্ব্বতৰ গাত লগাকে মিছৰৰ পিৰামিডৰ দৰে ঘৰবোৰ সজা—খেজুৰ গছ, সুমথিৰা টেঙ্গাৰ গছ, এখন সেউজীয়া গছ-গছনিৰ মাজত মছীদৰ চূড়া, কাৰেংঘৰ দেখি পৰ্য্যটকৰ চকু জুৰায়। পাৰাপাৰ নেদেখা ভূমধ্য সাগৰত যেনিয়েই চোৱা কেৱল নীলা পানী। আলজিৰীয়াৰ বন্দৰত নামি এই দৃশ্য বৰ মনোৰম লাগে।

বৰ বেগী শেনৰ দৰে তীব্ৰ গতিৰ সৰু সৰু জাহাজবোৰ বন্দৰত দেখি তাহানিৰ কথা মনত পৰে। তাহানি এইবোৰ জাহাজেই ভূমধ্য সাগৰত উৎপাত কৰিছিল। মূৰ জলদস্যু সকলৰ প্ৰতাপত আলজিৰীয়াক য়ুৰোপত সকলোৱে ভয় কৰিছিল। আলজিৰীয়াৰ জলদস্যু সকলে স্পেইনক বৰ আমনি কৰিছিল। উৎপাতত বৰ নোৱাৰি স্পেইন আৰু জাৰ্ম্মানীৰ সম্ৰাট পঞ্চম চাৰ্লছে ১৫৩৫ খৃঃত য়ুৰোপৰ সকলো ঠাইৰ পৰা সৈন্য গোটাই আলজিৰীয়াক দমন কৰিবলৈ স্থিৰ কৰিলে। পাঁচশখন জাহাজেৰে সৈতে তেওঁ ৰাওনা হল। গোলেটা আৰু কালিগাৰী নামৰ দুখন নগৰ জয় কৰিলে হয়। কিন্তু জলদস্যুসকলক দমন কৰিব নোৱাৰিলে। তেওঁৰ লগত ২৫ হেজাৰ

যুজাক আহিছিল। আলজিয়াৰ্ছ বন্দৰত নামিলে, কিন্তু ঘোৰ বাৰিষা বতৰ, লগত তাম্বু আদি একো নাছিল, ধুমুহা বতাহ বৰষুণত বৰ নোৱাৰি সৈন্য সামন্তৰে সৈতে পুণৰ জাহাজত উঠিব লগীয়া হল, যুদ্ধত ৮ হেজাৰ সৈন্য হেৰুৱালে, ১৪০ খন জাহাজ বুৰিল ; বেজাৰত পঞ্চম চাৰ্লছে সাগৰত নিজৰ মুকুট দলিয়াই পেলালে—"যোৱা উটি যোৱা, কোনো ভাগ্যবান ৰজাই তোমাক উদ্ধাৰ কৰি মূৰত পিন্ধিব।"

তেতিয়াৰ পৰা আলজিৰীয়া আৰু শক্তিশালী হৈ উঠিল। ১৮১৫ চনত আমেৰিকাৰ যুক্তৰাজ্যৰ বাণিজ্য জাহাজ এখন লুট কৰা বাবে যুক্তৰাজ্যই আলজিৰীয়াৰ ৰজা ডে'ক (Dey) সন্ধি কৰিবলৈ বাধ্য কৰালে। সেই সময়ত ইংৰাজ আৰু ডাচ সকলেও একেলগে গৈ আলজিৰীয়াৰ উপকূল আক্ৰমণ কৰাত য়ুৰোপৰ পৰা ধৰি অনা বহুতো খৃষ্টান ক্ৰীতদাসক মুক্তি দিবলগীয়া হল। এই জলদস্যু সকলে য়ুৰোপৰ ফালৰ তিৰোতা বহুতো ধৰি আনিছিল, এতিয়াও সেই বিলাকৰ বংশধৰ তাত দেখিবলৈ পোৱা যায়।

১৮২৭ চনত ফৰাছী ৰাজদূত এজনক ৰজা ডে'ই অপমান কৰাত ফৰাছীয়ে আলজিৰীয়াৰ বিৰুদ্ধে অভিযান পঠালে আৰু অৱশেষত ফৰাছীয়ে এই ৰাজ্য দখল কৰিলে।

আলজিয়াছৰ্ৰ বন্দৰত নামি আফ্ৰিকাত ভৰি দিয়া বুলি মনত নধৰে। বন্দৰৰ দৃশ্য য়ুৰোপৰ দৰেই। ঘৰবোৰ য়ুৰোপীয় ধৰণৰে সজা। বাটেদি বিজুলীৰ ট্ৰামগাড়ী চলিছে। যেন য়ুৰোপৰ নগৰ এখনহে।

বন্দৰৰ পাৰত বাটত দেখিবা পেৰী নগৰৰ দৰে সাজ পিন্ধা তিৰোতাবোৰ ফুৰা, দোকান পোহাৰত য়ুৰোপীয় বিলাসৰ বস্তুবিলাক, বন্দৰৰ কাষত চাহৰ দোকানত মাৰ্ব্বল পাথৰৰ মেজ, তাত বাটৰুৱাই চাহ কফি পিয়ে, দেখি মনত হয়, এইখন আফ্ৰিকা নহয়, ফ্ৰান্সে জয় কৰি ইয়াত নতুন ফ্ৰান্স পাতিছে।

কিন্তু ভাঙৰ বাট এৰি গলিত সোমোৱা, তাত দেখিবা আন দৃশ্য। তোমাৰ মনলৈ আহিব আৰব্যোপন্যাসৰ হাৰুন অল ৰছিদৰ বাগদাদৰ

কথা। তাত পেৰিৰ ফেশ্যনত সাজ পিন্ধা তিৰোতা নোপোৱা। বগা বগা 'বোৰকা' পিন্ধি তিৰুতা বোৰ কাষেদি যায়। মূৰত পাগুৰী মৰা আৰবীয়হঁত, মূৰ সকলে বনকৰা ৱেষ্টকোট আৰু হলো মলো পাটলুন পিন্ধি যোৱা দেখি মনত নহয় যে ফ্ৰান্সৰ উপনিবেশ এখনলৈ অহা নাই—ইয়াৰ দৃশ্যাৱলী সকলো প্ৰাচ্য।

আলজিৰীয়াৰ আচল অধিবাসী সকল থকা এই অঞ্চললৈ গলে দেখিবা দোকান পোহাৰ দেখাত আন ৰকমৰ; সৰু সৰু একোটা খোটালিত ইমান বস্তু সুমুৱাই থৈ ডাঙৰ দোকান একোখন চলাব পাৰি বুলি কল্পনা কৰিব নোৱাৰি। বাটলৈকে পোহাৰৰ বস্তু পায়হি। য়ুৰোপীয়ৰ চকুত এই বিলাক দৃশ্যই প্ৰাচ্যৰ কথা মনত পেলায়।

কফিৰ দোকানত কফিত ইমান মিঠা দিয়া হয় যেন চুৰবতহে। দোকানত বহিবলৈ ঠাই নাই। কঠ পাৰি তাতেই বহি এঢোক এঢোক কৈ এই চুৰবত খাই কত কথা পাতিব—গ্ৰাহক সকলে। কফিৰ দোকানত এঢোক এঢোক কৈ কফি খাই তাচ খেল, দাবা খেল আদিও তেওঁলোকে খেলে। মূৰ জলদস্যুসকলৰ দিনত কাছবাত 'ডে' সকলে নিজৰ কাবেং ঘৰ সাজিছিল। 'এতিয়া সেই কাবেংঘৰ ফৰাছী ছিপাহী-হঁতৰ 'বেৰেক' হৈছে। বেৰেক হলেও এতিয়াও এই ঠাইত পুৰণি অধিবাসী সকলৰ বজাৰ এখন আছে, তাত পুৰণি কাপোৰ বিক্ৰী হয়। চুকত বয়সীয়াল আৰবীয়ই লেপেটা কাঢ়ি বহি, হয় সাধু কব, নাইবা দেশৰ কথা কব। জুম পাতি কিমান মানুহে যে নিতাল মাৰি তেওঁৰ কথা শুনি থাকে। বক্তা জন নিশ্চয় বাগ্মীলোক. নহলেনো ইমান মানুহে এইদৰে একে থৰে বহি তেওঁৰ কথা কিয় শুনিব! ধনী সদাগৰ বোলা, দুখীয়া বাটকৰা বোলা, সকলোৱে তাত লেপেটা কাঢ়ি বহি শুনিব—বক্তাইনো কি কয়। আৰব্যোপন্যাসৰ সেই মনমোহা গল্পই কয়নে, বুৰঞ্জীৰ আন কিবা কথা কয়। সাধাৰণতে মানুহবোৰ নিৰক্ষৰ হোৱা বাবে এনেৰৈই ইহঁতৰ বাৰ্তাৰ কাকত। যিয়েই হওক এইদৰে ইহঁতে পুৰণি কথা পুৰণি স্মৃতি পুৰুষানুক্ৰমে মনত ৰাখিছে।

জাতিতত্ত্বৰ ফালৰ পৰা চালে—আলজিৰীয়াত বহুতো জাতিৰ সমন্বয় হৈছে বুলি কব পাৰি। আৰবীয় জাতি, মুৰ জাতি, তুৰ্কী, ইহুদী, কাবাইল, নিগ্রো, কুলগুলী ইত্যাদি বহু জাতিৰ লোকে আহি ইয়াত বাস কৰিছে। মুৰবিলাকে য়ুৰোপৰ বহু সুন্দৰী তিৰোতা ধৰি অনা বাবে বোৰকাৰ আঁৰত এতিয়াও য়ুৰোপীয় গঢ়ৰ ধুনীয়া তিৰোতা দেখা যায়।

আলজিৰীয়া খণ্ডক প্রাচীন কালত নিউমিডিয়া বোলা হৈছিল। ৰোমান বুৰঞ্জী লেখক ছেলাষ্টে ( Sallust ) কয় যে প্রায় তিনিহেজাৰ বছৰ পূৰ্ব্বতে প্রাচ্য দেশ বিলাকৰ পৰা বহুতো সৈন্য গোটাই হাৰকিউলিচে এটা বিৰাট সেনাবাহিনী গঠন কৰি স্পেইনলৈকে নিছিল, কিন্তু এই বাহিনী ছত্ৰভঙ্গ হব লগীয়া হল। পাৰস্য দেশীয়, আৰ্ম্মেনীয়ান, মিডিচ দেশীয় বহুতো সৈন্য সেই দলত আছিল। তেওঁলোকে আফ্রিকালৈ আহি তাত থকা পুৰণি আধিবাসী সকলৰ লগত মিহলি হৈ নিউমিডিয়া নামৰ এটা জাতি গঠন কৰিলে। গ্ৰীক, ৰোমান আৰু কাৰ্থেজিয়ান সভ্যতাৰ দিনত এই নিউমিডিয়ান সকলৰেই কথা প্রাচীন বুৰঞ্জীত আমি পঢ়িবলৈ পাওঁ।

জুলিয়াছ ছিজাৰৰ দিনত নিউমিডিয়া ৰোমান সাম্রাজ্যৰ অন্তৰ্ভুক্ত হয় আৰু বুৰঞ্জী লিখক ছেলাষ্ট ইয়াৰ শাসনকৰ্ত্তা হৈ আছে।

ভেণ্ডেল বিলাকে ৰোম জয় কৰাৰ পাছত স্পেইনৰ বাটেদি ইয়ালৈ আহি পূৰ্ব্বৰ ৰোমান সভ্যতাৰ দিনৰ নগৰবোৰ ধ্বংস কৰে। এই ঠাইৰ অধিবাসীসকলে ৰোমৰ তলত থাকি যিদৰে সভ্যতাৰ বাটত আগ বাঢ়িছিল, ভেণ্ডেল সকলৰ দিনত সেই গতিৰোধ হল। আলজিয়াৰ্ছ, এটা সভ্যতাৰ কেন্দ্ৰত পৰিণত হওক ছাৰি, ঢকৰা যুদ্ধ বিগ্ৰহ আদিৰ কেন্দ্ৰ হল।

এনে অৱস্থাত আৰবৰ মৰুভূমিৰ পৰা প্রায় ৫০ হেজাৰ মানুহ ঘোঁৰাত উঠি হাতত তৰোৱাল লৈ এই খিনি ঠাই পালেহি। সিহঁত গোটেই খন দেশত বিয়পি পৰিল। একো একোটা দলৰ একো একো জন ছৰ্দ্দাৰে দেশখন ভগাই ললে।

কিন্তু ইমান বিলাক স্বকীয়া দলৰ ওপৰত এজন প্ৰধান দলপতি নোহোৱাত তেওঁলোক দুৰ্ব্বল হল আৰু সুবিধা পাই স্পেইনৰ সম্ৰাট পঞ্চম ফাৰ্ডিনাণ্ডে আলজিয়াৰ্ছ দখল কৰিলে।

এই পুৰণি অধিবাসী সকলে তুৰ্কীৰ বিখ্যাত জলদস্যু বাৰ্ব্বোৰছাক (Borborosa) মাতি পঠালে। সাগৰত লোকৰ বাণিজ্য জাহাজ লুটি পুটি তেওঁ বহুতো ধন সোণ গোটাইছিল, তেওঁ সেইবাবে আলজিৰীয়ালৈ আহি নিজক ৰজা বুলি ঘোষণা কৰিলে। এইদৰে আলজিৰীয়া তুৰস্ক সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত হল। আৰু তুৰ্কীৰ চুলতানে ইয়ালৈ একো একোজন পাছা পঠাই শাসন চলাব ধৰিলে। পাছত তুৰ্কীৰ সৈন্য বাহিনীক ইয়াৰ শাসন কৰ্ত্তা বাছিবৰ অধিকাৰ দিয়া হল। ইয়াৰ ফলত একো একোজন ৰজাই সৰহ দিন ৰাজত্ব কৰিব নোৱাৰিলে। যি হওক, ইয়াৰ জলদস্যু বিলাকে স্পেইনক বৰ আমনি কৰিব ধৰিলে। পাছত আলজিৰীয়া ফ্ৰান্সৰ হাতলৈ আহিল।

আলজিৰীয়া মুছলমান প্ৰধান দেশ। ইয়াত খৃষ্টান পাদুৰী সকলে ইমান যত্ন কৰিও ধৰ্ম্ম প্ৰচাৰ কৰিব পৰা নাই। ফ্ৰান্সৰ গৱৰ্ণমেণ্ট ধৰ্ম্মৰ ওপৰত ভিত্তি থকা শাসন তন্ত্ৰ নহয়, ই 'ৰিপাব্লিক'। সেইবাবে ধৰ্ম্ম সম্পৰ্কে ফ্ৰান্স উদাসীন।

কাৰ্থেজৰ আৰ্কবিশ্বপ কাৰ্ডিনাল লাভিগিৰী আফ্ৰিকাৰ বুৰঞ্জীৰ এজনা চিৰস্মৰণীয় লোক। তাহানি তেওঁ তাত এদল ধৰ্ম্ম-প্ৰচাৰক গঠিত কৰে। এই সকলৰ নাম দিয়া হৈছিল White Fathers. তেওঁলোকক স্বকীয়া ভাবে শিক্ষা দি আফ্ৰিকাৰ মৰুভূমিলৈ পঠোৱা হৈছিল—খ্ৰীষ্ট ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ। আৰবীয় সকলৰ দৰে সাজ পিন্ধি তেওঁলোকৰ লগত থকা মেলা কৰিবৰ যত্ন কৰিছিল খ্ৰীষ্ট ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ। দুৰ্ভিক্ষ হওঁতে এই সকল হোৱাইট ফাদাৰে বহুতো মানুহক উদ্ধাৰ কৰিলে। "কিন্তু মহম্মদৰ আধ্যাত্মিক প্ৰতিপত্তিৰ কুটা এডালো লৰাব নোৱাৰিলে" বুলি এজন ইংৰাজ লিখকে বেজাৰ কৰি লিখিছে।

আলজিয়াৰ্ছৰ বাহিৰেও সাগৰৰ দাঁতিত আৰু কেইবাটাও বন্দৰ

আছে। ইয়াৰ পৰা খেজুৰ, সুমথিৰা টেঙা আদি বিদেশলৈ চালান হয়। আৰু এবিধ ঘাঁহ ( Esparto grass এছপাৰ্টো বুলি কোৱা হয় ) চালান হয়। ইয়াৰে কাগজ তৈয়াৰী হয়। তাহানি ফিনিছিয়ান সকলেও ইয়াত বেহাবেপাৰ কৰিছিল। সাগৰৰ দাঁতিৰ পৰা আঁতৰত কনষ্টেণ্টাইন নামৰে এখন নগৰ আছে। এইখন পুৰণি নিউমিডিয়াৰ ৰাজধানী আছিল। সেই সময়ত ইয়াৰ নাম আছিল ছিৰ্টা ( Cirta )। প্ৰাকঐতিহাসিক যুগৰ এটা পাৰ্ব্বত্য দুৰ্গত এই নগৰ। এহেজাৰ ফিট দ পৰ্ব্বতৰ খোবোঙে দি ৰামেল নামৰ নৈ এখন বৈ গৈছে। তিকতাৰ কঁকালৰ মেখেলাৰ দৰে ই যেন নগৰ খনক বেৰি থৈছে। জগতত এনে মনোৰম দৃশ্য আৰু প্ৰাকৃতিক সুবিধা ক'তো দেখা নাযায়।

ফৰাছী জাতিয়ে আলজিৰীয়া শাসন কৰোঁতে ৰোমান সকলৰ আদৰ্শ লৈছে। বাট পদূলি, ৰেলৰ লাইন, খাল কাটি য়ুৰোপীয় উপনিবেশ পাতিবৰ বহুতো সুবিধা কৰিছে।

ইয়াৰ অধিবাসী সকলক ফৰাছী গৱৰ্ণমেণ্টে সমান অধিকাৰ দিছে। তাহানি ৰোমান ৰাজত্বৰ দিনত যিদৰে ৰোমান এজনে ৰোম এৰিও অৰিছ পৰ্ব্বতৰ দাঁতিত টিমগাড নগৰত ৰোমান বজাৰ, ৰোমান থিয়েটাৰ, ৰোমৰ অনুকৰণ কৰি সজা ৰাজহুৱা গা-ধোৱা ঘৰ, সকলো পাই ৰোম এৰি আন ঠাইলৈ আহিছে বুলি নাভাবিছিল, সেইদৰে এতিয়াও ফ্ৰেঞ্চমেনে আলজিয়াৰ্ছলৈ আহি পেৰি নগৰ এৰি আহিছে বুলি মনলৈ তাৰ নানে।

ৰোমানসকলৰ পাছত উত্তৰ আফ্ৰিকাৰ এই খণ্ডত কত জাতিয়ে যে তেজৰ আদান-প্ৰদান কৰিলে, তথাপিও ৰোমান সকলৰ দিনত বাৰ্ব্বাৰ সকলে যি মাতত কথা পাতিছিল, এতিয়াও সেই মাততেই কথা পাতে। এতিয়াও সেই বাৰ্ব্বাৰ জাতিৰ প্ৰধান দুটা ঠাল 'কাবাইল' আৰু 'শাইয়া' জাতিয়ে—পাৰ্ব্বত্য প্ৰদেশত থাকি নিজৰ জাতীয় বৈশিষ্ট আৰু তাৰা ৰক্ষা কৰি চলিছে। ইমান দিনৰ পাছতো আন জাতিৰ মাজত যাব প্ৰোৱা নাই। জাতি-তত্বৰ ফালৰ পৰা 'কাবাইল' সকলৰ য়ুৰোপীয়

সকল লগত বহুতো সাদৃশ্য আছে। সিহঁত বোধকৰো ভূমধ্য সাগৰৰ উত্তৰ পাৰত থকা আইবেৰিয়ান জাতিৰ একে লগৰে আইবেৰিয়ান জাতিৰেই এটা ঠাল ভূমধ্য সাগৰ পাৰহৈ আহি আফ্ৰিকাৰ মৰুভূমিত আন কিছুমান অভ্যাস, আচাৰ ব্যৱহাৰ আৰু ৰীতি নীতি ললে।

উত্তৰ আফ্ৰিকাৰ এই খণ্ডত কত জাতিয়ে যে আধিপত্য কৰিলে; ফিনিছিয়ান জাতি আহিল আৰু গল, ৰোমান সকলো আহিল আৰু গল; এতিয়া কোনো জাতিৰেই চিনচাব নাই। সংখ্যাত' তেওঁলোক সৰহ হলেও এই জাতি সকল মহাসাগৰৰ মাজত মিহলি হৈ গল। কিন্তু মৰুভূমিৰ পৰা অহা আৰবীয় সকলে আৰু ইহুদী সকলে এতিয়াও জাতীয় বৈশিষ্ট ৰক্ষা কৰি আহিছে। অৱশ্যে আৰবীয় সকল এতিয়াও মিহলি হৈ পৰিব ধৰিছে। সাগৰৰ দাঁতিত থকা গাওঁ বিলাকত আৰু নগৰ বিলাকত থকা মুৰ সকল এটা সানমিহলি জাতি, এতিয়া ইয়াতেই আৰবীয় সকল লাহে লাহে মাৰ যাব ধৰিছে।

কিন্তু ইহুদীবিলাকক আঁতৰ কৰি থৈছে তেওঁলোকৰ স্বকীয়া ধৰ্ম্মই। ফ্ৰান্সে ইয়াত উপনিবেশ পাতিবলৈ বহুতো সুবিধা দিছে। সুবিধাৰ বন্দৱস্তত মাটি দিয়া, চলাচলৰ বাবে ৰেলৰ আলি আৰু বাট-পথুলি, ঔপনিবেশিক সকলক ৰক্ষা কৰিবলৈ সেনা বাহিনীৰ দিহা কৰা, সকলো কৰিছে। ইয়াৰ মাটি বৰ সাকৰা, সাগৰৰ দাঁতিলৈকে বিয়পি থকা পৰ্ব্বতৰ মাজত থকা সমতল ভূমিখণ্ড, যাক 'টেল প্ৰদেশ' বোলা হয়—সেই খণ্ডৰ মাটি য়ুৰোপৰ দৰেই। ইয়াত ফ্ৰান্সে আঙুৰ খেতি কৰিছে, জলপাই, সুমঠিৰা টেঙা, ডিমৰু, বাদাম আৰু ধপাতৰ বাগিচা কৰিছে। ইয়াত আঙুৰৰ বাগিচাই সৰহ দেখিবা। এটা আচৰিত কথা ইয়াত দেখা যায়, খেজুৰ গছ বিলাক দেখাত বেছ ঠন ধৰা, কিন্তু গুটি নধৰে। মৰুভূমিৰ মাজত থকা 'ওৱেছিছ'ত হোৱা খেজুৰ গছত হে গুটি ধৰে। আৰবীয় সকলৰ ভিতৰত এটা প্ৰবাদ আছে—খেজুৰ গছে "পানীত ভৰি থৈ আকাশৰ জুইৰ কাষলৈ মূৰ

ধিয়ায়।” মৰুভূমিৰ মাজত থকা উৰ্ব্বৰা ঠাই বিলাকত এই খেজুৰ গছ বিলাকেই মৰুভূমিৰ বাটৰুৱাসকলৰ জুৰণিৰ ঠাই। আৰু ইয়াত একো একো জোপা গছে দেৰ মোনৰ পৰা প্ৰায় তিনি মোনলৈকে গুটি দিয়ে। খেজুৰ গছ নহলে ছাহাৰাত কোনো মানুহ থাকিব নোৱাৰিলেহেতেন।

বহুতো বিষয়ত আলজিৰীয়া ছীৰিয়াৰ দৰেই, জলবায়ু প্ৰায় একেই। খোৱা-বোৱাৰ ফালৰ পৰা সকলো ৰকমৰ সুবিধা ইয়াত আছে।

এইখন দেশকেই আজি এশ বছৰ ধৰি ফ্ৰান্সে য়ুৰোপীয় কৰি তুলিবলৈ যত্ন কৰিছে। বহুতো বিষয়ত ফ্ৰান্সৰ চেষ্টা সফল হৈছে। খ্ৰীষ্ট শতাব্দীৰ প্ৰাৰম্ভত ৰোমান সকলে যি কাৰ্য্য আৰম্ভ কৰিছিল এতিয়া ফ্ৰান্সে তেওঁলোকতকৈ বহু বিষয়ত আগ বাঢ়িছে। কিন্তু ফৰাছী লিখক Gaston Boisser এ তেওঁৰ 'Roman Africa' নামৰ কিতাপ খনত আক্ষেপ কৰিছে যে “আধ্যাত্মিক ফালৰ পৰা আলজিৰীয়া এতিয়াও য়ুৰোপৰ পৰা আঁতৰি আছে। ইয়াৰ মানুহ বিলাক য়ুৰোপৰ ঘোৰ বিৰোধী। ইয়াৰ মানুহবিলাকক আমি জয় কৰিব পৰা নাই। ইয়াৰ অধিবাসী সকলৰ আচাৰ ব্যৱহাৰ, ৰীতি-নীতি বিশ্বাস এতিয়াও স্বকীয়া হৈ আছে। বৰঞ্চ আলজিৰীয়াত থকা য়ুৰোপীয়সকলকহে তেওঁলোকে গ্ৰাস কৰিব ধৰিছে। লাহে লাহে য়ুৰোপীয়সকল আফ্ৰিকাৰ অধিবাসীসকলৰ মাজত মাৰ যাব ধৰিছে।

( বাঁহী ২৪শ বছৰ ১৯৩৫ সন )

# ইহুদীৰ ৰাজ্যত

পেলেষ্টাইনৰ কথা কলে মনত পৰে বাইবেলৰ কথা,—যীশুৰ জন্মস্থান। মানচিত্রত পেলেষ্টাইন দেশখন বিচাৰি লওকচোন—পশ্চিম ফালে ভূমধ্য সাগৰ, পুবফালে ছিৰীয়াৰ মৰুভূমি, উত্তৰলৈ লেবানন পৰ্ব্বত শ্রেণী, দক্ষিণলৈ ছিনাইৰ মৰুভূমি। এই ডোখৰ ঠাইক অতি প্রাচীন কালত ছেমিটিক সভ্যতাই উজ্জ্বল কৰিছিল। এফালে মিছৰ, আনফালে বেবীলন—এই দুয়োখন দেশেই প্রাচীন সভ্যতাৰ জন্মভূমি। এই দুয়োদেশৰ সভ্যতাৰ পোহৰ পোৱা বাবে পেলেষ্টাইনেই এসময়ত বিশ্বমানৱক নতুন বাণী শুনাব পাৰিছিল।

এই দেশৰ প্রাকৃতিক অৱস্থা আৰু জলবায়ুত যিদৰে বৈষম্য দেখা যায়, জাতি-তত্বৰ ফালৰ পৰা চালে মানুহৰ সিমান বৈষম্য নাই বুলি কব পাৰি। সাধাৰণতে আৰবৰ লোক-সংখ্যা বেছি। আৰবৰ ভিতৰতো সকলো শ্রেণীৰ আৰব আছে—মৰুভূমিত নাকত জৰি লগাই উট লৈ ফুৰা আৰু কলা বৰণীয়া তাম্বু পাতি য'তে ত'তে নিশা কটোৱা, বেছুইনৰ পৰা আৰম্ভ কৰি ভিলেণ্টাইনৰ বেপাৰী আৰব—সকলো শ্রেণীৰ আৰব ইয়াত আছে। ভিলেণ্টাইনৰ আৰবৰ কিছুমানে মিশ্চনাৰী সকলৰ প্রভাৱত পৰি পাশ্চাত্য শিক্ষা অলপ পাইছে। যুগ-যুগান্তৰৰ পৰা খ্রীষ্ট জগতৰ এই তীৰ্থস্থানলৈ কত জাতিৰ মানুহ আহি বসবাস কৰি আছে আৰু তেওঁলোক সকলোৰে তেজৰ সংমিশ্রন,—এই ফেলাহিনসকলৰ ভিতৰত দেখা যায়।

গড়ে পিতে ওখ ডাঙৰ 'আনক'ৰ ( Anak ) সতি সন্ততি এতিয়াও দক্ষিণ অঞ্চলত দেখা যায়। তেওঁলোকৰ চেহেৰা দেখিলে মিছৰীয় স্মৃতি স্তম্ভবিলাকত খোদাই কৰা 'কেনান' জাতিৰ লোক সকলৰ কথা মনলৈ

আছে। এওঁলোকৰ ঠিক বিপৰীত—ধুনীয়া মুনিহ আৰু তিৰোতা বেথেলহেম নেজাৰেথ ইত্যাদি নগৰত দেখা যায়। খ্ৰীষ্ট ধৰ্ম্মৰ এই তীৰ্থ স্থান উদ্ধাৰ কৰিবলৈ অহা ক্ৰুছেডিয়াৰ সকলৰ লগত স্নান মিহলি হোৱা লোকসকলৰ সন্ততি বুলি বেছ ধৰিব পৰা যায়। ইফালে জুজ সকলকো পোৱা যায়, তেওঁলোকে আনৰ পৰা আঁতৰি কাৰ্মেল গেলিলি প্ৰভৃতিৰ পাৰ্ব্বত্য প্ৰদেশৰ গাওঁবিলাকত আজিলৈকে গুপ্ত ধৰ্ম্ম পালন কৰি আছে।

ইফালে খ্ৰীষ্টান আৰবকো ইয়াত পোৱা যায়, তেওঁলোক শিক্ষিত আৰু সকলো ৰকমৰ বেহা-বেপাৰত লাগিছে। মুছলমান আক্ৰমণৰ পূৰ্ব্বতে ছিৰিয়া খণ্ডত যি জাতিৰ লোক বিয়পি আছিল, এওঁলোক সেই সকলৰেই বংশধৰ আৰু খ্ৰীষ্ট ধৰ্ম্ম লোৱা বাবে পাশ্চাত্য জগতলৈ এওঁলোকৰ এটা আকৰ্ষণ আছে আৰু সেই বাবেই এওঁলোকে পাশ্চাত্য শিক্ষা দীক্ষা পাই সকলো কামতে আগবঢ়া হৈছে। মুঠতে আৰবৰ লোকসংখ্যা প্ৰায় ৭ লাখ, ইয়াৰ ভিতৰত ৭৩ হেজাৰ মানুহৰ বাহিৰে সকলোৱেই মুছলমান ধৰ্ম্মাবলম্বী।

ইয়াৰ উপৰিও ইয়াত প্ৰায় ২০ হেজাৰ ইহুদীলোকৰ বাস। তাহানি ৰোমান সকলে যেতিয়া ইহুদীৰ জাতীয় জীৱন ধ্বংস কৰিলে, তেতিয়াৰে পৰা পেলেষ্টাইনখন পুনৰ পাব বুলি তেওঁলোকে আশা বান্ধি আছে। এশ বছৰ পূৰ্ব্বতে ইয়াত মাথোন ৮ হেজাৰ ইহুদী আছিল। কিন্তু য়ুৰোপত ইহুদী বঢ়াৰ ফলত আৰু তেওঁলোকৰ মাজত পেলেষ্টাইনলৈ উলটি গৈ তাত খেতি বাতি কৰি থাকিবলৈ হেপাহ হোৱাৰ ফলত ইহুদীৰ লোকসংখ্যা ৮ হেজাৰৰ পৰা ৯০ হেজাৰলৈকে বাঢ়িছে। ৰুছিয়া জাৰ্ম্মানী প্ৰভৃতি দেশৰ পৰা যি সকল ইহুদী খেতিয়ক ইয়ালৈ আহিছে, তেওঁলোকে ইয়াত সৰু সৰু গাম লৈ থাকিলেও জ্ঞানৰ চৰ্চ্চা এৰা নাই; সকলোৰে ঘৰত একো একোটি সৰু-সুৱা লাইব্ৰেৰী দেখা যায়।

১৮৭৩ খৃষ্টাব্দত জাফা নগৰৰ ওচৰত বিদেশৰ পৰা আহি কিছুমান ইহুদীয়ে কাতি পাতে; তেওঁলোকে তাত কৃষি শিক্ষাৰ স্কুল এটাও খোলে।

ইয়াৰ ছুবছৰ পাছতে কছ দেশৰ আৰু কিছুমান ইহুদী আহি জাফা নগৰৰ ১০ মাইল মান আঁতৰত আন এটা বসতি পাতে। ইয়াৰ নাম দিয়ে 'পিটাক টিকৱে' অৰ্থাৎ 'আশাৰ দুৱাৰ'। কিন্তু ইয়ালৈ আহি তেওঁলোকে ইমান পৰিশ্ৰম কৰিব লগীয়া হয় আৰু জলবায়ু সহিব নোৱাৰাৰ ফলত বহুতৰ কাৰণে 'আশাৰ দুৱাৰ' নহৈ 'যমৰ দুৱাৰ' হে হৈছিল।

যি হওক, এনেতে আমেৰিকাৰ ধনকুবেৰ ৰথচাইল্ডে এওঁলোকক সহায় কৰিবলৈ বহুতো খৰচ পাতি কৰে। আৰু তেওঁৰ সহায়ত জাফা নগৰৰ চাৰিওফালে বহুতো ইহুদী উপনিবেশ বহে।

তেওঁলোকে পোনতে আঙুৰৰ খেতিতেই লাগিছিল আৰু ৰথচাইল্ডে এক লক্ষ গেলন ধৰা মদৰ ভাটি খানা খোলে আঙুৰৰ খেতি ঘৰে ঘৰে হোৱাত সকলোৱে কুটীৰ শিল্প হিছাপে মদ তৈয়াৰী কৰিছিল আৰু মদ তৈয়াৰী কৰোতা সকলৰ এখন কো-অপাৰেটিভ ছোছাইটিও খোলা হয়। এই ছোছাইটি বৰ সমৃদ্ধিশালী হৈ আজিলৈকে চলি আছে। কিন্তু এতিয়া সুমথিৰা টেঙা আদি নানান ফলৰ খেতি হোৱা বাবে আঙুৰৰ খেতি কিছু পৰিমাণে কমিছে।

এইবিলাক গাওঁত ইহুদীৰ লোকসংখ্যা প্ৰায় ১৫ হেজাৰ মান হব। এওঁলোকৰ ঘৰ দুৱাৰ দেখিলে বুজা যায় যে এওঁলোক স্থানীয় আৰব নহয়, কাৰণ ঘৰ দুৱাৰ সকলো য়ুৰোপীয় ধৰণেৰে সজা আৰু তেওঁলোকে খেতি বাতিতো উন্নত পাশ্চাত্য ধৰণ লৈছে। প্ৰথম বিশ্ব যুদ্ধৰ পাছত কেইখন নতুন্ গাওঁ বহিছে। তাত সাম্যবাদৰ আদৰ্শমতে সমাজ সংগঠিত হৈছে।

ইহুদী সকলৰ সৰহভাগ লোক নগৰতেই থাকে। জেৰুজালেমত ৩৫ হেজাৰ, জাফা নগৰত ২০ হেজাৰ, হাইফা, টাইবেৰিয়াছ, ছাফেদ আৰু হেব্ৰনতো এইদৰে বহুতো ইহুদী আছে। ১৯২০ চনৰ পাছত জাফাৰ অলপ আঁতৰত তেওঁলোকে এখন ফুলনীৰ নগৰ পাতিছে—তাৰ নাম দিয়া হৈছে—'টেল-আভিভ' অৰ্থাৎ 'বসন্তৰ পাহাৰ'। এই নগৰত

প্ৰায় ১০ হেজাৰ লোক আছে আৰু এইদৰে জেৰুজালেম হাইফা, প্ৰভৃতি নগৰত ওচৰৰ পাহাৰবিলাকতো নতুন নতুন ইহুদীৰ বসতি হব ধৰিছে।

জেৰুজালেমত ইহুদীৰেই কত বিধৰ মানুহ আছে কবলৈ গলে ইহুদীৰ ভিতৰত সকলো বৰ্ণৰ সমাবেশ ইয়াতেই হৈছে। ইয়ালৈ ছেপাৰ্ডিক ইহুদী, আৰবৰ ইমেনৰ ইহুদী, বোখৰা জৰ্জিয়াৰ কালৰ ইহুদী— আহিছে। পেলেষ্টাইনৰ ভিতৰত এইখন নগৰতেই লোকসংখ্যাত ইহুদীৰেই প্ৰাধান্য দেখা যায়। ছেপাৰ্ডিক ইহুদী সকল ইয়ালৈ অহা কত যুগ-যুগান্তৰ হল, তেওঁলোকে আৰবীয় আচাৰ ব্যৱহাৰ গ্ৰহণ কৰি আৰবীয় ভাষা কব পাৰিছে।

প্ৰাচ্য য়ুৰোপৰ পৰা অহা কিছুমান ইহুদীক বাটে পথে পোৱা যায়। তেওঁলোকে পূণ্যৰ বাবে ইয়ালৈ আহিছে।

এওঁলোকৰ ডেকা বুঢ়া সকলোৱেই 'ইয়েসিবোথ'ত (ধৰ্ম্ম গ্ৰন্থাদি পঢ়োৱা পঢ়াশালি) পঢ়ি আৰু উপাসনা কৰি দিন নিয়ায়। এই প্ৰতিষ্ঠান-বোৰ (ইয়েসিবোথ) চলিছে আমেৰিকা আৰু য়ুৰোপত থকা ইহুদী সকলৰ দানৰ পৰা। এই প্ৰাচীন ঠাইত ইহুদীৰ জাতীয় সাধনা যাতে লোপ নহয়, তাৰ বাবে তেওঁলোকে লক্ষ লক্ষ টকা দান কৰিছে। কিছুমানে এইদৰে পঢ়াৰ লগে লগে সৰু সুৰা কাৰবাৰতো লাগিছে। ইয়াৰ বাহিৰেও কিছুমান ডেকা ইহুদী আছে, তেওঁলোকে ইহুদীৰ জাতীয় জীৱন গঢ়ি তুলিবলৈ দৃঢ় সঙ্কল্প লৈ ইয়ালৈ আহিছে। সেইবাবে আধুনিক নিয়ম প্ৰণালীত স্কুল আদি পাতিছে, চিকিৎসা-বিদ্যা ওকালতি প্ৰভৃতি শিক্ষিত লোকৰ ব্যৱসায় বোৰ হাতত লৈ ইহুদী জাতিৰ মাজত নতুন জীৱন সঞ্চাৰ কৰিবলৈ যত্ন কৰিছে।

সকলো জাতিৰ ইহুদীৰ যিদৰে এটা বিচিত্ৰ সমাবেশ হৈছে, সেইদৰে আন আন লোকৰ মাজত বৈচিত্ৰ্য নাই। মুছলমানৰেই লোকসংখ্যা সৰহ। ছামাৰিয়াৰ ছামাৰিটান সকল প্ৰায় লোপ পালেহি। কাৰণ তেওঁলোকৰ ছোৱালী আনেও বিয়া বাৰু কৰায় আৰু আন্তৰ্জাতীয় বিবাহো

তেওঁলোকে বাধা নিদিয়াত, তেওঁলোক সংখ্যাত তাকৰীয়া হৈ প্ৰায় লোপ পাব লগীয়া হৈছেহি। তথাপিও মাউণ্ট জেৰিজিমত এতিয়াও কিছুমানে নিজৰ জাতীয় বৈশিষ্ট্য ৰক্ষা কৰি আছে। তাহানি এব্ৰাহামে বলি দিয়া ঠাই ডোথৰত এতিয়াও বছৰি ভেড়া ছাগলী বলি দিয়া হয়। যুগযুগান্তৰৰ পৰা জগতৰ বুকুৰেদি কত পৰিবৰ্ত্তন হৈ গল, তথাপিও এই ঠাইত জগতৰ পৰিবৰ্ত্তনলৈ ভ্ৰুক্ষেপ নকৰাকৈ যাগ-যজ্ঞ কৰি এওঁলোক চলি আছে। জেৰুজালেমৰ বাটত গাওঁৰ পৰা খোজ কাঢ়ি, নাইবা, গাধাৰ পিঠিত উঠি অহা গাৰলীয়া আৰব এতিয়াও পাব। তাহানিৰ দৰে এতিয়াও তেওঁলোকে পুৰণি নানান বৰণীয়া পাগুৰি ৰাখিছে। ফেলাহিন তিৰোতাবিলাকে পোছাকত এতিয়াও পুৰণি কালৰ দৰে বন কৰা এৰা নাই। হলো-মলো ছোলা পিন্ধা মোল্লা আৰু ছাত্ৰ সকলক জেৰুজালেমৰ বাটত লগ পোৱা যায়। খ্ৰীষ্টানৰ তীৰ্থস্থানত দেখি য়ুৰোপৰ কত জাতিৰ খ্ৰীষ্টান ইয়ালৈ আহে। ঘোৰ মহাৰণৰ পূৰ্ব্বতে অকল ৰুছিয়াৰ পৰাই ১০ হেজাৰ তীৰ্থ যাত্ৰী ইয়ালৈ আহিছিল। ৰুছিয়াৰ পৰা অহা এই ১০ হেজাৰ লোকৰ সতি-সন্ততি এতিয়াও বাটত পোৱা যায়। তেওঁলোকে গাখীৰৰ দৰে বগা কাপোৰ পিন্ধে। ইয়াৰ বাহিৰেও আমেৰিকাৰ পৰা কত যাত্ৰী বছৰি ইয়ালৈ আহে। জেৰুজালেম জগতৰ ভিতৰত এখন অতি প্ৰাচীন ঠাই।

জগতৰ ভিতৰত এটা অতি পুৰণি কীৰ্ত্তি 'হাৰাম-এল-ছেৰিফ' জেৰুজালেমৰ এটা প্ৰধান গৌৰৱৰ বস্তু। নগৰৰ প্ৰায় এক অষ্টমাংশ ঠাই জুৰি এই পুৰণি মন্দিৰ এতিয়াও ঠিয় দি আছে। ইয়াত 'ওমৰ মন্ধ', 'এল আকছাৰ মন্ধ' আদি মুছলমান ধৰ্মাৱলম্বীসকলৰ বাবে পবিত্ৰ তীৰ্থস্থান ঘোৰ ইয়াত আছে।

পুৰণি নগৰত খ্ৰীষ্টানৰ বাবে পবিত্ৰ গীৰ্জ্জা The Church of the Sepulchre আছে। পুৰণি নগৰৰ বাহিৰত নানান ধৰণেৰে সজা ঘৰবোৰ দেখা পোৱা যায়। ৰুছিয়ান সকলে হেজাৰ হেজাৰ তীৰ্থ যাত্ৰী থাকিবলৈ ডাঙৰ এটা ঘৰ সাজি দিছে। এই ঘৰটোত ৰুছিয়ান

স্থপতি শিল্পৰ চিনাকী পোৱা যায়। তেওঁলোকক দেখি ফৰাছীহঁতেও পেৰী নগৰীৰ 'Notre Dome' ক অনুকৰণ কৰি ৬০০ খোটালী থকা এটা ডাঙৰ কাৰেংঘৰ সাজি দিছে। তেওঁলোকৰ পাছত জাৰ্ম্মাণসকলে ৪টা সাজি দিছে।

ইয়াৰে এটাত এতিয়া গৱৰ্ণমেণ্টে দেশৰ শাসন কাৰ্য্য চলাবলৈ ঘাই অফিচ ঘৰ পাতি লৈছে। ইটালীয়ান, আৰ্ম্মেনিয়ান, সকলোৱেই এই ঠাইত যাত্ৰীৰ সুবিধাৰ বাবে ঘৰ সাজি পৰলোকৰ বাবে পুণ্য সঞ্চয়ৰ দিহা কৰিছে। আন কি, আবিছিনীয়াসকলেও এটা ক্যেথিড্ৰেল সাজি দিছে। জেৰুজালেমৰ পাছতেই জাফা নগৰ, বেহা বেপাৰ হিচাপে পেলেষ্টাইনৰ এইখনেই প্ৰথম নগৰ। চাৰিফালে সুমথিৰা টেঙাৰ বাগানৰ মাজতে এই জাফা নগৰ। ইয়াৰ পৰা সুমথিৰা টেঙা যথেষ্ট পৰিমাণে বিদেশলৈ ৰপ্তানী হয়।

বেহা-বেপাৰত হাইফা নগৰক ইয়াৰ প্ৰতিদ্বন্দী বুলিব পাৰি। ইয়াৰ পাছত নেবলাছ নগৰ, মুছলমানসকলৰ এটা ডাঙৰ আড্ডা। পাচ ভাগৰ ৪ ভাগ লোক মুছলমান, আন এভাগ খ্ৰীষ্টান আৰৱ। ইয়াৰ ওচৰতে ১৫০ জন ছামাৰিটান আছে। এই ২৫০০ বছৰলৈ পুৰণি সাহিত্য এতিয়াও তেওঁলোকে জীয়াই ৰাখিছে। তেওঁলোকে এতিয়াও জীৱনৰ বৈশিষ্ট্য ৰক্ষা কৰিছে। ছামাৰিটানৰ আনবিলাকে আন মানুহৰ লগত বৈবাহিক আদান প্ৰদান কৰি লোপ হলেও এওঁলোকে কাৰো লগত বৈবাহিক আদান প্ৰদান নকৰে।

দক্ষিণ অঞ্চলত থকা বিয়াৰ-শেবা আৰু গাজা তাহানিৰ দৰে এতিয়াও হিলাই মৰুভূমিত থকা বেডুইন সকলৰ বাবে বজাৰ।

বেথেলেহাম আৰু নাজাৰেথ নগৰ দুখন সৰু হলেও, খ্ৰীষ্টান সকলৰ বাবে অতি পবিত্ৰ। আৰু য়ুৰোপৰ পৰা বহু লোকে ইয়াত নানাবিধৰ কামত দান দিয়া বাবে এই দুখন নগৰে আনবিলাক নগৰতকৈ বহুতো উন্নতি কৰিছে।

উত্তৰ গেলিলি অঞ্চলত ইহুদীসকলৰ বাবে পবিত্ৰ চাইবেৰিয়াছ

আৰু ছাফেদ নামৰ দুখন নগৰ আছে। ৰোমান সকলৰ দিনত আৰু মধ্য যুগত এই দুখন নগৰ শিক্ষাৰ ডাঙৰ কেন্দ্ৰ আছিল। টাইবেৰিয়াছ নগৰৰ লোক সংখ্যা আধা মুছলমান, আধা ইহুদী।

পেলেষ্টাইনৰ মুঠ লোক সংখ্যা ৭ লাখ। ইয়াৰ ভিতৰত আধা মানুহ এই কেইখন নগৰত বসবাস কৰে। বাকী আধা প্ৰায় আঠ শ ন শ খন গাঁৱত থাকে। অৱশ্যে ৭০ হেজাৰ বেদুইনক বাদ দিব লাগিব। তেওঁলোকে এতিয়াও আগৰদৰে ফুৰনীয়া জীৱন যাপন কৰি আছে। এতিয়াও থিতাপী হৈ বহিবলৈ ভাল পোৱা নাই।

পেলেষ্টাইনৰ গাঁৱলীয়া মানুহবিলাকে ভাৰতবৰ্ষৰ দৰে পুৰণি সংস্কাৰকেই খামোছ মাৰি ধৰি থকা দেখা যায়। এই ভাৱ জীৱনৰ সকলো ক্ষেত্ৰতেই বিয়পি আছে বুলি কব পাৰি। আচাৰ ব্যৱহাৰ, ধৰ্ম্মবিশ্বাস, ঘৰৰ চাল-চলন সেই বাইবেলৰ যুগৰপৰা একেদৰে চলি আছে। ঘৰবিলাক লগা-লগিকৈ সাজে, চাৰিওকাষে মাটিৰ দেৱাল— যুক্তপ্ৰদেশ বিহাৰ প্ৰভৃতি অঞ্চলৰ গাওঁবিলাকৰ দৰে। এফালে মুনিহ বিলাক থাকে, আনফালে তিৰোতাবিলাক থাকে। ঘৰচীয়া জন্তুবোৰ চোতালত চৰি ফুৰে, ঘৰবিলাকৰ কাষত আঙুৰৰ বাগিচা, ডিমৰুৰ বাগিচা। ডিমৰু এই দেশত এটা খাদ্যৰ ভিতৰত। গোটেই খন গাওঁৰ মানুহৰ বাবে ধান মাৰিবৰ একেখন সমজুৱা চোতাল। বেলেগ বেলেগ খেলৰ গাওঁবুঢ়াক 'মোক্তাৰ' বোলে। এই সকলেই লগ লাগি গাওঁখন চলায়। কিবা এটা ৰাজহুৱা কথাৰ মীমাংসা কৰিবলৈ হলে ডাঙৰ গছৰ তলত ৰাইজ সকলোৱে মেল পাতে।

গাওঁখন ডাঙৰ হলে গাৱঁত 'ইমাম' একোজনকৈ থাকে। তেওঁ গাৱলীয়া মানুহৰ চিঠি লিখা, দৰ্খাস্ত লিখা আদি সকলো কাম কৰে। বিয়াৰ সময়তো 'ইমাম', তালাক দিয়াৰ সময়তো 'ইমাম,' লৰা ছোৱালী উপজিলেও ইমামেই হিছাপ লিখি থব লাগে, মৰিলেও চিত্ৰ-গুপ্তৰ দৰে খাতাত তেৱেঁই লিখিব লাগে। গাৱঁলীয়া ৰাইজৰ ইমামেই হৈছে হাতৰ লাখুটি। তেৱেঁই গাঁৱলীয়া লৰা ছোৱালীবিলাক পঢ়াৰ

লাগে। আজি কালি গাঁৱে গাঁৱে নতুন নতুন স্কুল হব ধৰিছে, ছোৱালী-বিলাক স্কুললৈ যাব ধৰিছে, ছোৱালীৰ বাবে সুকীয়া স্কুল হৈছে। খ্রীষ্টান আৰু ইহুদীৰ সকলক দেখি মুছলমান সকলৰো শিক্ষাৰ বাবে আগ্রহ বাঢ়িছে। নতুনকৈ পতা স্কুলবোৰ গৱর্ণমেণ্টৰ তত্ত্বাৱধানত পৰিচালিত হব ধৰিছে। পাশ্চাত্য শিক্ষাই পুৰণি সংস্কাৰৰ অভেদ্য দুর্গ ভাঙিব ধৰিছে। জন্ম, মৃত্যু, বিয়া—এই বিলাকেই গাঁৱত একোটা ডাঙৰ ঘটনা। বিয়াত সাধাৰণতে তিনিটা উৎসৱ হয়। বিয়াৰ বন্দোবস্ত কৰাৰ দিনা, যৌতুক দিয়াৰ দিনা আৰু খাই বিয়াৰ দিনা, এই তিন দিনত বৰ ধুমধাম উৎসৱ হয়। ডেকা গাভৰু সকলোৱে আমোদ প্রমোদত উন্মত্ত হয়, কন্যা বা দৰাৰ শোভাযাত্রাত সকলোৱে যোগ দিয়ে।

ছোৱালী জনী ধুনীয়া হলে বিয়াৰ বজাৰত মূল্য বৰ বেছি। দৰাঘৰৰ পৰা ধুনীয়া ছোৱালী সৰহ দাম দিও কিনে। কিন্তু ছোৱালী জনী যদি দৈবাৎ সুন্দৰী নহল, তেন্তে ছোৱালীৰ বাপেকেহে দৰাক ছোৱালী জনী বিয়া কৰোৱা বাবে সৰহ যৌতুক দিব লাগে। বিয়াৰ সময়ত দৰাৰ হাতত এখন তৰোৱাল দিয়া হয়; তিৰোতাক চলাবলৈ শাসন দণ্ডৰ চিন স্বৰূপে তৰোৱাল দিয়া হয়। বিয়া ঘৰত নিমন্ত্রিত সকলৰ মনোৰঞ্জনৰ বাবে নানা বিধৰ ধেমালী হয়। ঢোলবোৰ আমাৰ ঢোলতকৈ ডাঙৰ, এই বিলাক বাজৰ চেৱে চেৱে অসিনৃত্য দেখুৱাই নিমন্ত্রিত সকলক অভ্যর্থনা কৰাও দেখা যায়। মানুহ মৰিলে তিৰোতাবিলাকক সাধাৰণতে কবৰখানালৈ গৈ থিয়া ভুকুৱাই কন্দা দেখা যায়।

এই বিলাকৰ বাহিৰে ধর্ম্ম সম্পর্কীয় আমোদ উৎসৱো মুছলমান সকলৰ বাবে দুটা সাধাৰণ উৎসৱ। এটা হৈছে বৰ 'বৈৰাম', আনটি হৈছে সৰু 'বৈৰাম', এইবিলাকত তিনি চাৰি দিনলৈকে আমোদ প্রমোদত সকলো মত্ত থাকে, শকত শকত চাই ভেড়াছাগলি 'হালাল' কৰে। সৰু বৈৰাম হয় ৰমজানৰ পাছত। মুছলমানৰ পর্ব্বৰ বাহিৰেও

এই ঠাইৰ স্থানীয় কিছুমান পৰ্ব্ব আছে, ইয়াৰ ভিতৰত 'নেবি মুছালে' তীৰ্থযাত্ৰা। 'নেবি মুছা' হৈছে 'মোজেছৰ' গোৰস্থান। ইষ্টাৰৰ সময়ত সকলো তীৰ্থ যাত্ৰী জেৰুজালেমৰ পৰা ইয়ালৈ আহে, মুছলমান, খ্ৰীষ্টান, সকলো তীৰ্থ যাত্ৰী ইয়ালৈ আহে। 'ডেড ছী' সাগৰৰ দাঁতিৰ এটা পাহাৰত এই গোৰস্থান। কেইবা দিনলৈকো সকলো যাত্ৰী মুকলিত পৰি থাকে, নেবি মুছাৰ 'ৱাকফ'ৰ পৰা সকলোকে খাবলৈ দিয়া হয়। নেবলাছ আৰু ৰামলে বোলা নগৰ দুখনতো এইদৰে স্থানীয় স্বৰ্গীয় সাধুসন্তসকলৰ সন্মানাৰ্থে উৎসৱ হয়। যোৱা প্ৰথম মহাৰণৰ পাছৰে পৰা ইহুদী আৰু পেলেষ্টাইন এটা আন্তৰ্জ্জাতীয় সমস্যা হৈছে। এই সমস্যাই ভবিষ্যতলৈ কি আকাৰ লয় কব নোৱাৰি।

পেলেষ্টাইন দেশৰ সকলো কথা আলোচনা কৰি ইংৰাজ সাহিত্যিক হাৰ্ব্বাট বেণ্টৱিচে 'The Renaissance in Palestine' নামৰ এখন কিতাপ লিখিছে। উক্ত কিতাপ খনৰ সহায়ত এই প্ৰবন্ধ লিখা হৈছে।

(বাঁহী ২৪শ বছৰ ১ম সংখ্যা)

# মৃদুল কঁপনি

## ৰুছ সাহিত্যিক আইভান বুনিনৰ হাতত লিখা গল্প

আজি দীঘল দহ বছৰ কাল শিক্ষয়িত্ৰী কাম কৰিছো। বয়স ত্ৰিছৰ ওপৰ হল, লগে লগে সোনালী যৌৱনৰ শতেক সপোন পাতৰি গল। আগমনীৰ মঙ্গল আৰতি নৌ হওঁতেই বিসৰ্জনৰ বেদনাত মোৰ জীৱন ভৰি পৰিল।

ভাবিছিলো ককাইদেওৰ অকলশৰীয়া সংসাৰত মোৰ সকলো মৰম বিলাই দিয়েই জীৱনত অলপ শান্তি পাম। কিন্তু নিয়তিয়ে তাকো হবলৈ নিদিলে। এদিন শুনিলো ককাইদেউৰ অন্তিম বাতৰি।

অকলশৰীয়া কোঠাটোৱে মোক যেন কেউফালৰ পৰা আগুৰি ধৰে, আন্ধাৰ নিশা জগতৰ সকলো কালিমাই বন্দিনী কৰি মোক অসাৰ কৰি তোলে ।................

তাৰে মাজত এদিন আহিল পোহৰৰ সোঁৰত ছটিয়াই ৰেখা। নৃত্যচপল গতিভঙ্গী, মধুৰ হাঁহিত নন্দনৰ মাধুৰী লৈ ৰেখাই মোৰ জীৱন জুৰ কৰিলেহি।

ৰেখা আমাৰ স্কুলৰে ছাত্ৰী। সকৰে পৰা ৰেখাক দেখিছো সকতে ৰেখাৰ লগত আন সমনীয়া ছোৱালীৰ বিশেষ বিভিন্নতা নাছিল। তেতিয়া মাথোন ইয়াকে কব পাৰি যে ৰেখা এজনী ধুনীয়া বাংগালী সক ছোৱালী। কিন্তু তাৰ পাছত লাহে লাহে ৰেখাৰ বিশেষত্ব ওলাই পৰিল। ৰেখাৰ সৌন্দৰ্য্য সম্ভাৰৰ পৰিপুষ্টি দিনে কিয়, নিমিষে, নিমিষে, বাঢ়িবলৈ ধৰিলে। লাহী ছোৱালীটিৰ প্ৰতি অঙ্গতে এটি অৱৰ্ণনীয় মাধুৰী জিলিকি উঠিল—গোটেই বস্তুৰ বস্তুত ৰেখাৰ সৌন্দৰ্য্যৰ কথা সকলোতে বিয়পি পৰিল।

ৰেখা কিন্তু সেই আগৰ চঞ্চল চপল ছোৱালীটিয়ে হৈ আছে। স্কুলতো লৰি ধাপৰি ফুৰে, সৰু সৰু ছোৱালীবোৰৰ লগত নাচি বাগি ধেমালি কৰে। কেতিয়াবা দেখিবা, গোটেই গাটোত চিয়াহী লগাই লুতুৰি পুতুৰি হৈ ৰেখা ঘামি জামি ওলাইছেহি—পিন্ধন উৰণত অলপো ৰেখাৰ কাণসাৰেই নাই।

আজি কিছুদিন হল ৰেখাৰ কিন্তু আগৰ সেই পিন্ধা উৰাত অসাৱধানতা নাই। ৰেখাৰ সাজ পাৰ চকুত চমক লগোৱা হৈ পৰিছে। ৰেখাই সদায় নতুন নতুন সাজপাৰ পিন্ধি আহে, বিধে বিধে অলঙ্কাৰ সলায়। ৰেখাৰ সেই কৈশোৰৰ মাধুৰি মাতত কোনোবাই যেন কব নোৱাৰাকৈয়ে পূৰ্ণ যৌৱনৰ তীব্ৰতা সানি দিলে।

এদিন স্কুলৰ প্ৰধান শিক্ষয়িত্ৰীয়ে ৰেখাক মাতি নিলে। ৰেখা ঠিক তাৰ অলপ আগতে সেই ফালেদিয়েই লৰি গৈছিল, পিছত কিছুমান সৰু সৰু ছোৱালীয়ে খেদি নিছিল। প্ৰধান শিক্ষয়িত্ৰীয়ে ৰেখাক কলে "ৰেখা, তুমি জানো এতিয়াও সৰু ছোৱালী হৈয়েই আছা?" ৰেখাই সংযত ভাৱেই উত্তৰ দিলে, "বাইদেউ, নাই থকা।"

"কিন্তু সেইবুলি তুমি জানো ভাবা যে তুমি বৰ ডাঙৰ হৈছা? তোমাৰ ইমান দামী সাজপাৰ, ইমান ধুনপেছ! স্কুলীয়া ছোৱালীৰ গাত জানো শোভা পায়? ডাঙৰ মানুহৰ বোৱাৰী হলে সুকীয়া কথা। তুমি অলপমানো ভাবি নোচোৱা কেলৈ? তোমাৰ দেউতাৰাক ইমান খৰচ কৰাবলৈ তোমাৰ কি অধিকাৰ আছে? তুমি এতিয়াও ছোৱালী মানুহ, সামান্য স্কুলীয়া ছোৱালী এজনীহে তেও—।"

ৰেখাই কিন্তু এইখিনিতে তেওঁক বাধা দি ধীৰ সংযত ভাৱেই কলে "বাইদেউ, আপুনি ভুল বুজিছে—মই এতিয়াও আৰু সৰু ছোৱালী হৈয়েই থকা নাই। ·····আপুনি জানেনে ইয়াৰ বাবে কোন জগৰীয়া? আপোনাৰ ককাইদেৱেক আৰু মোৰ দেউতাৰ বন্ধু। যোৱা জহকালি ······।"

• • • • • • •

ইয়াৰ এমাহ মানৰ পাচৰ কথা। হঠাৎ শুনিলো ৰেখাক কোনোবা এজন পুলিছ কৰ্ম্মচাৰীয়ে হত্যা কৰিলে। শুনি গোটেই গাতো অৱশ লাগি গল। পুলিছ কৰ্ম্মচাৰীজনক কয়েদ কৰি খুনা আছামী কৰা হল। বিচাৰৰ দিনা তেওঁ কৰা বৰ্ণনাত এই হত্যা ৰহস্যৰ বহুতখিনি কথা জানিব পাৰিলোঁ। প্ৰধান শিক্ষয়িত্ৰীক ইয়াৰ কিছুমান দিনৰ আগতে ৰেখাই কোৱা কথাৰো সত্যতা বুজি পালো।

কৰ্ম্মচাৰীজনে বিচাৰকৰ আগত কৰা স্বীকাৰোক্তিত কৈছিল যে ৰেখাৰ লগত তেওঁৰ কিছুমান দিন অবৈধ প্ৰণয় হৈছিল। ৰেখাই তেওঁক এই বিষয়ত অলপো হুকা বধা নিদিছিল। তেওঁ বদলি হৈ দূৰলৈ যাব লগীয়া হোৱাত তাৰ আগতে ৰেখাৰ লগত তেওঁৰ বিয়া সম্পৰ্কে কথা উলিয়াত ৰেখাই কলে যে তেওঁৰ লগত ৰেখাৰ সম্বন্ধ ভাবিব নোৱাৰা কথা। ৰেখাই তেওঁক বিয়া কৰাব খোজা নাই আৰু নাছিলো, তেওঁক কেৱল ভুৱা হে দিছিল। ৰেখাই তেওঁক এখন ডায়েৰী দেখুৱাই সেই খনৰ ১০ জুলাইৰ পাতটো মেলি পঢ়িবলৈ কলে। ডায়েৰী পঢ়ি পুলিচ কৰ্ম্মচাৰী-জনৰ হিতাহিত জ্ঞান নোহোৱা হল আৰু বিভ্ৰান্তভাৱ এটাৰে ৰেখাক শেষ কৰিলে। দহ জুলাইৰ ডায়েৰীৰ পাতটোত এইদৰে লিখা আছিল :—

"ৰাতি প্ৰায় দুই বাজিছে। বেচ ভাল টেম্পনিয়েই আহিছিল কিন্তু অলপ পাচতে আকৌ সাৰ পালো।.........মই আজি আৰু সক ছোৱালী হৈ থকা নাই। দেউতা, আই, ভাইটি কোনো ঘৰত নাই। ঘৰত অকলশৰীয়াকৈ মই আছো। আঃ আজি অকলশৰীয়া হৈ ইমান ভাল লাগিছে। ৰাতিপুৱা ফুলনিলৈ গলো। অকলশৰে গছৰ তলে তলে ফুৰিলো। মনত এনে আনন্দৰ তাৰ আজিৰ দৰে আন কাল অহা নাই। কিছুমান পৰ 'অৰ্গেন'টো বজাই গান

গালো। সঙ্গীতে এনে এটি অপূৰ্ব্ব মাদকতা আনি দিলে, জনাই দিলে মোক সুখৰ সন্ধান। দুপৰীয়া দেউতাৰ কোঠাতে শুলোঁ। চাকৰটোৱে আহি জনালে তেওঁ আহিছে বুলি। ইমান ভাল লাগিল, তেওঁক অভ্যৰ্থনা জনাই তেওঁৰ লগত কথা পাতি ইমান ভাল লাগে। আগবঢ়াই আনিবলৈ গলো। বাহিৰত তেতিয়া বৰষুণ। আমাৰ কোঠাতে তেওঁক বহিবলৈ কলো। দেউতা নথকাত তেওঁ দুখ প্ৰকাশ কৰিলে, কলে দেউতাক লগ পাবলৈ হে তেওঁ আহিছিল। মোৰ লগত তেওঁ বৰ আগ্ৰহেৰে কথা বতৰা হল— হাঁহি ধেমালিৰ বহুতো কথা কলে। বাহিৰত তেতিয়া বৰষুণ নাই। আমি তেতিয়া বৰষুণে নিমজ কৰি থোৱা ফুলনিৰ কোমল ঘাঁহত ওচৰা ওচৰিকৈ অলপ ফুৰিলো। তেওঁ মোৰ নিচেই ওচৰত। তেওঁৰ হাত মোৰ হাতত। তেওঁৰ বয়স হৈছে, কিন্তু এতিয়াও মুখত সতেজ ভাৱ। চকু কেইটাত যৌৱনৰ সৰলতা। আমি আকৌ ঘৰলৈ আহিলো। মোৰ গাটো অৱশ যেন লাগিল। ছোফা এখনত মই বাগৰি পৰিলো। তেওঁ মোৰ কাষতে আহি বহিল। সুন্দৰ সুন্দৰ কথা কলে, মোৰ হাতখন তুলি লৈ চুমা খালে। মই মোৰ আঁচলেৰে মুখখন ঢাকিলো। তেওঁ সেই আঁচলৰ ওপৰেদি মোৰ ওঠত কেবাবাৰো চুমা খালে।.........কেনেকৈ ইমানবোৰ কথা হল মই কব নোৱাৰো। মই বলিয়া হোৱাদি হলো। মই কেতিয়াও ভবা নাছিলো এনেকুৱা হব বুলি। এতিয়া মাথো উদ্ধাৰৰ এটা বাট আছে........ উঃ মই তেওঁক ইমান ঘিন কৰো। মোৰ পক্ষে ই যে অসহ্য হৈ পৰিছে।.........”

বসন্ত ফাগুনী বতাহত উত্ৰাৱল। মৰিশালিৰ দাঁতিত আলিটোৱেদি মই সদায় ফুৰিবলৈ যাওঁ। নৈৰ পাৰতে এই মৰিশালিখন। সমুখত বিশাল ব্ৰহ্মপুত্ৰ, যুগ-যুগান্তৰৰ দুখ শোকত অকনো বিচলিত নহৈ ধীৰ স্থিৰ গতিত সদায় বৈ আছে। ব্ৰহ্মপুত্ৰৰ পাৰত শিল এছটাত সদায় মই বহোঁহি। মনটোলৈ যে কিমান ভাৱ

আছে! সৌরা ৰেখাৰ সমাধি। মৰিশালিৰ এচুকত গাৰি হাত মাটিৰ এটি সৰু ঢিপ—সোমাজত এটি টেকেলি, ওপৰত তিনিডাল খুটিত এখন বগাকাপোৰ! ভাবিলেও আচৰিত হওঁ তাতে ৰেখাৰ শেষ অৱশেষ খিনি আছে। পোন্ধৰ ষোল বছৰীয়া তৰুণীৰ সকলো সৌন্দৰ্য্য, সকলো সপোনৰ সমাধি সেই মৰিশালিৰ অকলশৰীয়া নিজানত! আজি কিছুমান দিনৰ আগৰ সেই হাঁহি ভৰা মুখ, সেই সুন্দৰ নৃত্যমুখৰ গতিভঙ্গীৰ শেষ চিন মাটিৰ লগত মিহলি হৈ গৈছে! সেই উপচিপৰা মাধুৰিমাৰ লগত সিদিনাখনৰ মৃত্যু বিভীষিকাৰ কিমান অমিল!

সেই বগা কাপোৰৰ তলত ৰেখাৰ অন্তিম স্মৃতিটি চাই চাই চকু থৰ লাগে। চকুৰ পানীৰে বাট নেদেখা হওঁ · ভাবো এয়েনে জীৱন? মনত পৰে ৰেখাই এদিন এজনী সমনীয়া ছোৱালীৰ আগত কোৱা কথা কিষাৰি—“বুজিছা, সিদিনাখন মই দেউতাৰ ‘শ্বেল্‌ফ’ত এখন কিতাপ পালো—তাত কি লিখা আছে শুনিবানে। কিতাপখনত বৰ্ণাইছে তিৰোতাৰ সৌন্দৰ্য্য—চকু হেনো হব লাগে চকুখোৱা হৰিণাৰ নিচিনা-চেলাউৰি হব লাগে এন্ধাৰ ৰাতিৰ দৰে ক’লা, মুখত থাকিব লাগে কোমল ৰঙালি আভা, গাটো হব লাহী, হাত কিখনি মৃনালৰ দৰে দীঘল, উঠন বুকু আৰু বহুতো কথা লিখা আছে। মোৰ সেই বৰ্ণনাৰ সকলোখিনি প্ৰায় মুখস্থ হৈ গৈছে; ইমান সঁচা কথাখিনি। কিন্তু সকলোতকৈ ঘাই কথাটো কি জানানে? উশাহৰ মৃদুল কঁপনি—মোৰ এই লক্ষণটো আছে, চোৱাচোন মোৰ উশাহ নিশাহ কিমান মৃদুল!”

সেই মৃদুল কঁপনিৰ উশাহ নিশাহৰ কথাই মই ভাবো। সেই মৃদুল কঁপনি আৰু এতিয়া নাই—চো বতাহত সি মিহলি হৈ গৈছে, বাৰিষাৰ ডাৱৰৰ লগতে সেই কঁপনি লীন হল…………।

( বাঁহী ১৪ বছৰ ৩য় সংখ্যা )

# মলুৱাৰ কথা

( কিপলিঙৰ ছাঁত )

তাহানিৰ কথা। গধুলি হলত টোকোন পৰ্ব্বতৰ ফুটুকা বুঢ়া ঘৰৰ পৰা ওলাল। দিনৰ দিনটো সি শুই আছিল, ফুটুকীয়ে খেচখেচনী ধৰিছে। আজি খাবলৈ একো নাই, পোৱালী কেইটাই ভোকত কলমলাই আছে। কি কৰে উপায় নাই। চকু মোহাৰি উঠিল, শিলত গা ভাঙি ললে। ভৈয়ামৰ ফালে এখুজি দুখুজি কৈ খোজ ললে। এনেতে চায় যে এটি সৰু লৰা ডুবছৰীয়া মান হব, হাঁহি হাঁহি আহিছে। বুঢ়াই চিঞৰি কলে—'হেৰৌ মানুহৰ পোৱালী!' বুঢ়ীয়ে ঘৰৰ পৰা শুনিবলৈ পালে। 'লৈ আহা বুলি তাই চিঞৰি উঠিল। বুঢ়াই আথে বেথে 'দাতেৰে কামুৰি ধৰি নিজৰ পোৱালীহতৰ লগত মেলি দিলে। 'আয়ৈ দেহি কেনে ধুনীয়া এইকন পোৱালী, ভয় অকনো একো নাই, কেনে-সাহিয়াল! বাৰু, কেনেকৈনো ইয়ালৈ আহিবলৈ পালে?'

কাথাবাৰ কৰবলৈ নৌপাওতেই বাহিৰত মাত শুনিলে ঢেকীয়া গুজৰি আহিছে; খোৰোঙৰ মুখত ঠিয় দিলে। ফুটুকা বুঢ়াইয়ো চাৰিওফালে চাই ঠিয় দিলে। নিজৰ বাবে, নাইবা নিজৰ পৰিয়ালৰ বাবে অলপো ভয় নাই, কেৱল ভয় হৈছে এই এধানি মান কেচুৱাটিলৈ।

'ক'ত থলি মানুহৰ পোৱালীটো, দে মোক, মই তাক ধৰিছো। তাক মই খাম।' ঢেকীয়া পতীয়াই গুজৰি কলে। 'নহয় সেইটো আমাৰ' ফুটুকায়ো গুজৰি উত্তৰ দিলে। ফুটুকীয়ে পোৱালী কেইটাক পিয়াহ খুৱাইছিল আৰু মানুহ পোৱালীটোৰ গা চেলেকি আছিল। তাই একে জাপে পিয়াহ দিয়া এৰি বুঢ়াৰ ওচৰত থিয় দি গুজৰি কলে 'হেৰৌ বহনি বোৱা, পিয়ন নেৰা কেচুৱা মোৰক

মুখ চোবাই তোৰ হেপাহ পলোৱা নাই। শুনি যা, এইটো মোৰ পোৱালী সি মোৰ পোৱালী কেইটাৰ লগত থাকিব, 'সিহঁতৰ লগত উমলিব, সিহঁতৰ লগত চিকাৰলৈ ওলাব, যা বুঢ়া তোকো যি ডাঙৰ হলে চিকাৰ কৰিব।' ফুটুকীৰ নাম 'জুই' বুলি এনেয়ে থোৱা নাছিল। জুইক ভয় নকৰা কোনো নাই। তাহানি বুঢ়া ফুটুকায়ো জুইক নিজৰ মনৰ মৰমৰ কথা জনাবলৈ গৈ কি কেটেৰা জেঙেৰা সহিব লগীয়াত পৰিছিল! আজিও জুইৰ চকুৰেদি 'জুই' একুৰা ওলোৱা দেখি চেকীয়া-পতীয়াই বিপদ গণিলে। 'বাক তই মানুহ পোৱালী পুহিছ' বুলি আজিয়েই সকলোকে কম। এই বুলি গুজৰি চেকীয়া আঁতৰিল।

পৰ্ব্বতৰ বাঘৰ সমাজত নিয়ম আছিল যে পোৱালীবোৰ ডাঙৰ হলে সমাজত নি সকলোকে দেখুৱাব লাগে। তেতিয়া সমাজৰ বুঢ়া মেথা সকলে এটি এটি কৈ সমাজত সুমুৱাই লয়।

এতিয়া এদিন জোনাক নিশা মেল শিলত মেল বহিল। সকলো ঠাইৰ পৰা ফুটুকাহঁত আহিছে—নিজৰ নিজৰ পোৱালী হঁতক লৈ। বুঢ়া ফুটুকায়ো পোৱালী চাৰিটাক লগত লৈ ওলাল। সিহঁতে এতিয়া লৰি ফুৰিব পাৰে, মানুহ পোৱালীও লগত। তাৰ নাম থৈছে মলুৱা। ফৰিংফুটা জোনাক সকলোটি গৈ মেলত বহিল। এজাক পোৱালী গোটেই জাকে উৰ্মলি ফুৰিছে। মেল শিলত সভাপতি হৈ বহিছে ফুটুকা দলৰ নেতা। তাৰ কাষত আৰু কেইজন মান পাৰিষদ শিলৰ তলত ঘূৰণীয়া হৈ গোটেইজাক বহিছে। সভাপতি 'গোজৰে' মাজে মাজে চিঞৰি কৈ আছে—'ফুটুকাহঁত ভালকৈ চা আমাৰ আইন জান নহয়।'

সি চিঞৰি কোৱাত এটি এটিকৈ সকলোৱে নিজৰ পোৱালী আনি সভাপতিৰ ওচৰত থিয় কৰাবহি আৰু সিহঁতে চাই চিতি সমাজত তুলি লব। এই দৰে এটা এটাকৈ সকলোৱে শেষ হলত মলুৱাৰ পাল পৰিল। মলুৱাই হাঁহি হাতত কেইটিমান শিলগুটি লৈ সমাজৰ ওচৰত থিয় দিলে। এনেতে ক'ৰবাৰ পৰা এটা গোজৰণী শুনা গল। এইটোজো ফুটুকাৰ গোজৰণী নহয়। সকলোৱে চকু মেলি

চালে ; দেখে শিলৰ আঁৰৰ পৰা ঢেকীয়া ওলাই আহিছে। সি চিঞৰি কলে 'এইটো মানুহ পোৱালী, এইটো মোৰ, মোক দেইক, তহতে এইটো লৈ কি কৰিবি ?' পৰ্ব্বতে পৰ্ব্বতে তাৰ মাতৰ প্ৰতিধ্বনি উঠিল সকলোৱে চোৱা চুই কৰিব ধৰিলে। জুইৰ গাৰ নোম ভয়ত থিয় দি উঠিল ; বুকুখন ধান বনাদি বানিবলৈ ধৰিলে।

এতিয়া নিয়ম আছিল যে কাৰোবাক সমাজত সুমুৱা লৈ বাদ হলে বাপেক মাকৰ বাহিৰে আন দুজনে তাৰ হৈ একে আষাৰ মাত নিদিলে তাক সমাজত সুমুৱা টান হয়। সেই বাবে মেল শিলত বহি সোজৰে গহিনাই মাত দিলে—'কোনে এই মানুহ পোৱালীৰ টোৰ কাৰণে মাত দিয়ে ?' কোনেও এতিয়া মাত নিদিয়ে, ইটোৱে সিটোক চায় মাথোন। এইবোৰ দেখি জুইৰ বৰ খং উঠিল ; তাই একে জাপেই আহি মলুৱাক বুকুত সুমুৱাই লৈ সমাজত থিয় দিলে। এনেতে ভলুকা কলাই পণ্ডিত থিয় হল। সি ফুটুকা পোৱালী হতক পঢ়ায়। ফুটুকাৰ মেলত সিয়েই বাহিৰা জন্তু, সি পোৱালীবিলাকক পঢ়ুৱাই দেখি মেলত ৰখা হৈছে। সি থিয় দিওতে সকলোৱে ক'লাই পণ্ডিতলৈ চালে—ক'লাই পণ্ডিতে নো কি কয় ? 'মানুহ পোৱালী ? মানুহ পোৱালী হলেনো কি হল, সি থাওক, পোৱালী হতৰ লগত, মই তাক পঢ়ুৱাই শুনাই ঠিক কৰিম।' জুইয়ে উশাহ ললে। কিন্তু মনৰ চিন্তা নুগুছিল।

যি হওক এনেতে কলীয়া ঘোঙেও মাত দিলে 'বাৰু একো কথা নাই। হেৰৌ ঢেকীয়া, তোক এটা দমৰা দিম। মানুহ পোৱালী থাওক আমাৰ সমাজত।' এইদৰে মলুৱা এতিয়া বাঘৰ সমাজত উঠিল। ঘোঙে দমৰা এটাৰে মলুৱাক মোকোলাই আনিলে। এতিয়া ভলুকাই তাক পঢ়ুৱাব ধৰিলে। বাঘৰ সমাজৰ আইনখন পাৰ হল। মলুৱাৰ গাতো বৰ বল হল। পোৱালী বিলাকৰ লগত শিলে শিলে বগাই ফুৰে। হাবিৰ কথা সি বেছকৈ জনা হল। ইকৰাণীৰ পাত লৰা দেখি সি ক'ব পৰা হল ভেলেঙী নে সোগোৰা, গোজত

বুজিব পৰা হল কি আহিছে। ভলুকা পণ্ডিতৰ লগত তাৰ খৰ মিল। ভলুকাই তাক বৰ মৰম কৰে। কলীয়া থোপেও তাক লৈ ফুৰিবলৈ ওলায়। এইদৰে সিহঁতৰ মৰমৰ মাজত মলুৱা ডাঙৰ হবলৈ ধৰিলে। কিন্তু ইফালে ঢেকীয়াই মনতে হুমিয়াই আছে। উস্ মানুহৰ পোৱালীটো চকুৰ আগতে ডাঙৰ হব ধৰিছে। দূৰ গএগক লগ পালে সি কয়—হেৰৌ মানুহৰ পোৱালীকো সমাজত লোৱা হল, তহতে মানুহৰ লগত খোৱা মেলা কৰিছ! জাত যোৱা নাইনে?' সিহঁতেও কথাবোৰ শুনে। কি কৰিম! মেলত ঠিক হল যেতিয়া মানি চলিব লাগিব।' 'হেৰৌ! মেলে কৰিলে বুলিয়েই মানিব লাগিব নে?' 'চয়ঃ সকলো সেও হয়।

সিহতে ঢেকীয়াৰ কথাবোৰ শুনি গুচি যায়। ইফালে মনতে ভাবে "এৰাতো কি হল' এইদৰে দূৰ গএগসকলৰ মনত ঢেকীয়াই সিহঁতটি সিচিব ধৰিলে। মলুৱাই মানুহ আতৰৰ পৰা দেখিছে। পণ্ডিতৰ দাতিত ভৈয়ামত এখন গাঁও আছে। সি মাজে সময়ে কেতিয়াবা আনবোৰ পোৱালীৰ লগত ধানৰ পথাৰলৈ যায়। দেখে মানুহৰ কাম, কিন্তু হাবি সি বৰ ভাল পায়। দেখে হাবিত লগৰীয়া হতককৈ আন বিধৰ জীৱ।

এইদৰে ১১ বছৰ গল। মলুৱা এতিয়া ডেকা হলহি। যিখন মেলত মলুৱাক সমাজত লোৱা হৈছিল, সেইখন মেলৰ ফুটুকাহঁতো বুঢ়া হলহি। ইফালে উঠি অহা ডেকাৰ দলক বুঢ়া ঢেকীয়াই মন্ত্র দিয়ে হেৰৌ সৌ দাঁত নোহোৱা শোলা বুঢ়াটোৰ কথা মানি আৰু কিমান দিন চলিবিহক। নতুন ডেকা সভাপতি পতাৰ দিন আহা নাইনে? ডেকাহঁতৰ মন লাহে লাহে ঘুৰিব ধৰিলে।

মলুৱাই কিন্তু এইবোৰ একোকে কব নোৱাৰে। এদিনাখন জহকালি কলীয়াই মলুৱাক আতৰলৈ মাতি নি ঢেকীয়াৰ কথাবাৰ কলে। ঢেকীয়াৰ এই তলে পুতল কথা শুনি মলুৱাৰ গা জিক জিকাই উঠিল। কাৰণ হাবিৰ লগৰীয়া হতক সি ভাল পায়। ঢেকীয়াক এবেকা

দিব লাগিব এই বুলি মনতে সি পাতিলে। কলীয়াৰ লগত সি কথা হল। মানুহৰ ঘৰৰ পৰা 'ৰঙা ফুল' আনিবলৈ সি বুদ্ধি দিলে। 'ভৈয়ামত মানুহৰ ঘৰৰ বাহিৰত সন্ধিয়াৰ পাছত যি ৰঙা ফুল ফুলে, সেইটোলৈকে সকলোৱে ভয়। যা তাৰে এপাহি ফুল লৈ আহ' কথাষাৰ শুনি মলুৱা ভৈয়ামলৈ লৰি যাবলৈ ধৰিলে। গাৱঁত সোমায় দেখে এঘৰ মানুহৰ জুহালত দগদগীয়া জুই। ক'লা ক'লা এঙাৰবোৰ। মাজে মাজে জুই কুৰা জ্বলাই দিয়ে। সি খিলিকিয়েদি কলীয়াই কোৱা ৰঙা ফুল ফুলুৱাৰ কিটিপ বুজি ললে; এইবোৰ চাইচিতি উলটি আহোতে দেখে যে এটা লৰাই গোহালীলৈ একেৰাহী জুই নিব লাগিছে। তাৰ একো কথা নাই; সি থাপ মাৰি সেই কেৰাহি জুই নি পৰ্ব্বতৰ খোৰোঙত সোমাল।

গোটেই দিনতো হাবিৰ শুকান পাত গোটাই মেলি জুইকুৰা জ্বলাই ৰাখিলে। নিশা মেল বহিল, মলুৱাবো তালৈ ডাক পৰিল।

ঢেকীয়াই ডেকাৰ দল লৈ আগতেই হাজিৰ। মেল শিলত আজি সোজৰ নবহিল। কালি সি চিকাৰত ম'হ এটা ৰাখিব নোৱাৰিলে। সেইবাবে তাৰ বাব শোধায় দিলে। আজি ঢেকীয়াক পায় কোনে? সি উঠি মেলত মুখ মেলিলে—মানুহ পোৱালী মোৰ, মোক খাবলৈ দিব লাগে। এইবুলি কওতে ভলুকা কলীয়াকে আদি কৰি দহোটামান ফুটুকাই মলুৱাক বেৰি থিয় হল। কিন্তু আন বিলাক মুঠিল। চাৰিওফালৰ পৰা চিঞৰি উঠিল সেইটো মানুহ, সেইটো মানুহ, ঢেকীয়াৰ ফালে সৰহ হল। ভলুকাই এইবোৰ দেখি লাহেকৈ টিপ দিলে ৰঙাফুল উলিয়াবলৈ। মলুৱাই খঙত জামদগ্নি হোৱাদি গৰ্জি উঠিল 'ও মই নাজানিছিলো মোৰ লগৰ ইমান বিলাকে মোক এইদৰে হিংসা কৰে। বাক আহ কাৰ সাহ আছে।' এই বুলি সেই কেৰাহী জুই মাটিত দলিয়াই দি এডাল ওডাল গছৰ ঠাণিত জুই লগাই ফুটুকা হতৰ মাজত ঘূৰাবলৈ ধৰিলে।

'হেৰো কুকুৰহঁত আজিহে বুজিলো, মই মোৰ মানুহৰ গুচৰলৈ উঠি

যাম। মোক লৈ তহঁতে কাজিয়া কৰিব নেলাগে। কিন্তু তহঁতক এৰি যাবৰ আগতে এটা ধাৰ শোধ কৰি যাম।

এই বুলি সি ঘপহকৈ ঢেকীয়াৰ টেটুত ধৰি অলি থকা শুকান ঠানি ডালেৰে কোবাবলৈ ধৰিলে। ঢেকীয়াই বুঢ়াৰ হাতত চেঙেলি পৰাদি ভয়ত জপিয়াবলৈ ধৰিলে। এইদৰে তাক ভালকৈ কোবাই বিপক্ষে থকা ফুটুকাৰ মাজত কোবাবলৈ ধৰিলে। ভয়ত যি যেনি পায় ত্ৰাহি মধুসূধন বুলি পলাল।

গোটেই বোৰ পলাই যোৱাৰ পাছত সি উশাহ ললে। কিন্তু তাৰ চকুৰেদি চকুলো বব ধৰিলে, সি উচুপি উচুপি কান্দিব ধৰিলে। তাৰ যে সমাজ নাই!

( বাঁহী ২৫শ বছৰ ১১শ সংখ্যা )

# কালিদাসৰ 'উমা'

শ্ৰীঅমিয়কুমাৰ দাস

## চৰিত্ৰ বিশ্লেষণ—

কালিদাসৰ নায়িকা সকলৰ ভিতৰত উমাৰ চৰিত্ৰৰ সৌন্দৰ্য্য আৰু গাম্ভীৰ্য্য দেখি পাঠকৰ মন বিস্ময়ত আপ্লুত নোহোৱাকৈ নাথাকে। ইংৰাজ কবি ৱাডছৱাৰ্থে মিল্টনৰ সম্পৰ্কে লিখাৰ দৰে কব পাৰি যে উমা আকাশৰ তৰাৰ দৰে, অকলে ওখত আছিল। Like a star and dwelt apart.

তেওঁ এজনা দেৱী, কিন্তু কথাই বতৰাই কামে কাজে কিদৰে নাৰীত্ব তেওঁৰ মাজত ফুটি ওলাইছে। সলজ্জভাৱ, কোমলতা তেওঁৰ মাজত। তেওঁৰ প্ৰণয়কাহিনী সাহিত্যত সাধাৰণতে পঢ়া কাহিনীৰ লগত নিমিলে, তেওঁৰ প্ৰণয়ত আধ্যাত্মিকতা আছে। কুমাৰ সম্ভৱত কালিদাসে কিদৰে তেওঁৰ চৰিত্ৰ আঁকিছে, তাকেই আজি দেখুৱা এই প্ৰৱন্ধৰ উদ্দেশ্য।

উমা হৈছে গিৰিৰাজ হিমালয়ৰ কন্যা, মাতৃ হৈছে মেনকা। দেউতাকৰ পৰা পালে উচ্চ ভাৱ ৰাজ্যত উৰি ফুৰা প্ৰকৃতি, বৰফৰ দৰে শুভ্ৰ পৱিত্ৰতা ; মাকৰ পৰা পালে অনুপম সৌন্দৰ্য্য, ধ্যান আৰু তপস্যাৰ বাবে শক্তি। ডাঙৰ দীঘল হল প্ৰকৃতিৰ নন্দন কাননত। প্ৰকৃতিয়েও নিজৰ সৌন্দৰ্য্য অঙ্গত যেন পিন্ধাই উৰাই তেওঁক শুৱনী কৰি তুলিছে। জোনে নিজৰ লাৱণ্য দিলে তেওঁৰ মুখত, ইয়াতে লগ লাগিল হি পদুমৰ সৌন্দৰ্য্য আৰু কমনীয়তা। উমাৰ ডিঙিত এনে সৌন্দৰ্য্য আছিল যে তেওঁ ডিঙিত পিন্ধা মুকুতাৰ হাৰ ধাৰিয়েই ডিঙিক সৌন্দৰ্য্য দিয়ে। ধেনু-ভিৰীয়া কপালৰ ওচৰত মদনৰ ধেনুয়েও হাৰ মানে। তেওঁৰ চুলি দেখি চামৰী হৰিণাই লাজত নিজৰ চামৰৰ যত্ন নোলোৱা হয়। খোজ দিওঁতে তেওঁৰ ভৰিয়ে মাটিত স্থল পদ্মৰ শোভা

দিয়ে। তেওঁৰ অনুপম সৌন্দৰ্য্যই সৰগৰ দেৱতা সকলক—আনকি, তপস্যাত মগ্ন থকা ঋষি মুনি সকলৰো মন মোহে।

শৈশৱকাল গঙ্গানদীৰ বালিত ওমলোতেই গল। যেতিয়া লিখা-পঢ়াত লাগিল, তেওঁ অতি সোণকালে সকলো কথা আয়ত্ব কৰি পেলালে। পূৰ্ব্বজন্মত শিকা সকলো কথা মনলৈ আহিল। যৌৱনৰ দুৱাৰ দলিত ভৰি দিয়াত তেওঁৰ মনৰ বাসনা হল দেবাদিদেৱ শিৱক পতিৰূপে পোৱা। ইন্দ্ৰকে আদি কৰি সকলো দেৱতাক তাচ্ছিল্য কৰি জগতৰ পতি শিৱলৈ মন মেলিলে।

এইবাবে তেওঁ শিৱক সেৱা কৰিবলৈ ধৰিলে। তেতিয়া শিৱ হিমালয়ৰ উচ্চ শৃঙ্গত তপস্যাত ৰত আছে। শিৱই তেওঁক সেৱা কৰিবলৈ দিলে,—যদিও তেওঁৰ তপস্যাৰ বাবে বিঘিনি আছিল। কাৰণ চাৰিওকাষৰ নানান প্ৰলোভনতো যাৰ মন স্থিৰ থাকে তেৱেঁই তপস্বী।

সেই সময়ত তাৰকা নামেৰে এজন অসুৰে দেৱতা সকলক বৰ আমনি কৰি আছিল। তাৰকাই ব্ৰহ্মাৰ পৰা বৰ পাইছিল অজেয় শক্তি। ইন্দ্ৰকে আদি কৰি স্বৰ্গৰ দেৱতা সকলে এদিন ব্ৰহ্মাৰ ওচৰলৈ গল—তেওঁলোকে খাটনি ধৰিলে,—এই তাৰকাসুৰক বধ কৰিবলৈ তেওঁলোকৰ মাজৰ পৰা এজন নেতা সৃষ্টি কৰিব লাগে। ব্ৰহ্মাই উত্তৰ দিলে—"মই নিজেই এই তাৰকাসুৰক এই অজেয় শক্তিৰ বৰ দিছো, মই কেনেকৈ এতিয়া তেওঁক বধ কৰিবলৈ আৰু এজন সৃষ্টি কৰিব পাৰো? নিজৰ হাতেৰে বিহ গছৰ পুলি এজোপা কই তুলি ডাঙ্গি, সেইজোপা গছ কাটি পেলোৱা অনুচিত। শিৱ আৰু উমাৰ মিলনত যি লৰা উপজিব, তেৱেঁই এই অসুৰক বধ কৰিব পাৰিব। তোমালোকে উমাৰ সৌন্দৰ্য্যত যাতে শিৱৰ মন প্ৰলুব্ধ হয় তাকে কৰা গৈ।"

এই পৰামৰ্শ পোৱাত ইন্দ্ৰই মদনক মতাই আনি সকলো কথা কলে। দেৱতা সকলক এতিয়া লগা হৈছে এজন বীৰ সেনাপতি, যি দক্ষতাৰে সৈন্যে সৈন্য পৰিচালনা কৰি অসুৰসকলক যুদ্ধত বধ কৰিব পাৰে।

যোৱা মদন, তুমি শিৱৰ ওপৰত তোমাৰ শৰ প্ৰয়োগ কৰা, উমাই তেওঁক সেৱা কৰি ওচৰতে থাকে, উমালৈ যাতে তেওঁৰ মন আকৃষ্ট হয় তাৰ দিহা কৰা। দেৱৰাজৰ আদেশ পাই মদন গল—লগত তেওঁৰ পত্নী ৰতি আৰু বন্ধু বসন্ত। বসন্তই হিমালয়ৰ শৃঙ্গলৈ গৈয়েই প্ৰকৃতিত অপৰূপ শোভা দিলে, বসন্তৰ প্ৰভাৱত কি জড়জগৎ, কি চেতন জগৎ, সকলোৱে নতুন শোভা ললে। সকলোৰে মন মতলীয়া হৈ উঠিল প্ৰণয়ৰ ভাৱত। যি কুঞ্জবনত শিৱ তপস্যাত মগ্ন আছিল, সেই কুঞ্জবনো গা দাঙি উঠিল—প্ৰকৃতিত এনে এটা অৱস্থা অনাৰ পাছত মদনে নিজৰ শৰ এৰিবলৈ সাজু হল। উমা শিৱৰ ওচৰত থিয় দি আছে, শিৱয়ো তেওঁৰ সেৱিকাৰ নৈবেদ্য গ্ৰহণ কৰিবলৈ উদ্যত হৈছে, এনেতে মদনে অব্যৰ্থ সম্মোহন বান লৈ সাজু হল। শিৱৰ মন চঞ্চল হৈ উঠিল। জোনক দেখা পাই সাগৰৰ হিয়া যিদৰে আফালি উঠে, তেওঁৰ হিয়াতো এটা অপূৰ্ব্ব আলোড়নৰ সৃষ্টি হল। উমা ওচৰত থিয় দি আছে, উমালৈ চালে। আৰু তেওঁৰ তপস্যা ভঙ্গ কৰাৰ কাৰণ বিচাৰিবলৈ ধৰিলে, দেখিলে কাষৰত মদনে ধেনু শৰ এৰিবলৈ সাজু। তপস্যা ভঙ্গ হোৱাৰ বাবে খঙত শিৱ জ্বলি উঠিল। তেওঁ তৃতীয় চকু মেলি চালে, সেই চকুৰ পৰা জুই একুৰা ওলাই মদনক নিমিষতে ভস্ম কৰিলে। ইফালে উমাই নিজৰ উদ্দেশ্য সিদ্ধি নোহোৱাত আৰু চকুৰ আগতে মদন ভস্ম হোৱা দেখা পাই বেজাৰত নিজৰ সৌন্দৰ্য্যই অনিষ্টৰ মূল বুলি ধৰি তপস্যাত মন দিলে। নিজৰ সৌন্দৰ্য্যৰে শিৱৰ মন ঘূৰাব নোৱাৰি এই বেলি কঠোৰ তপস্যা কৰিবলৈ দৃঢ় সংকল্প হল।

মাকে কত বুজালে এনে এটা কঠোৰ ব্ৰত নলবলৈ। কিন্তু উমাৰ মন হিমালয়ৰ দৰে অচল অটল। দেউতাকৰ অনুমতি লৈ তেওঁ উচ্চ গিৰি শৃঙ্গ এটাত তপস্যাত লাগিল। সেই গিৰি শৃঙ্গত ময়ূৰ ময়ূৰী চৰি আছিল। যি উমাই গাখীৰৰ ফেনৰ দৰে কোমল বিচনাত সদাই শুই আছিছিল, ময়ূৰৰ খোপাৰ পৰা ফুল সুলকি গাত পৰিলেও বি দুখ পাইছিল, সেই উমাই ভূমি শয্যা ললে। গাৰু নোহোৱাকৈ নিজৰ হাত

খনকেই গাক কৰি শুৱলৈ ধৰিলে। যি উমা অলপ পৰ ওমলোতেই ভাগৰত ক্লান্ত হৈ পৰে, সেই উমা আজি কঠোৰ তপস্যাত লাগিল।

জহকালি গৰমত তত নাই। উমাই চাৰিওফালে ধুনি জ্বলাই সূৰ্য্যলৈ এক দৃষ্টে চাই বহি থাকে। ভীষণ জাৰতো উমা এডিঙি পানীত পৰি ধ্যান মগ্না। কঠোৰ তপস্যা কৰিবলৈ সাধাৰণ আহাৰ এৰি গছৰ পৰা সৰি পৰা পাত খাই থাকিব লাগে, উমাই তাকো এৰি দিলে। সেইবাবে ঋষি মুনিসকলে তেওঁৰ নাম থলে 'অপৰ্ণা'। এইদৰে কঠোৰ তপস্যা কৰাত শৰীৰ শুকাই খীনাই পদুমৰ ঠাৰিৰ দৰে হল। শিৱই তেওঁৰ তপস্যা দেখি মোহিত হল, আৰু তেওঁৰ পৰীক্ষা লবলৈ ডেকা তপস্বীৰ বেশ লৈ উমাৰ ওচৰলৈ গল। আলহীক শুশ্ৰূষা কৰাত উমা সদায় অভ্যস্ত, সেইবাবে তেওঁ আগবাঢ়ি আথে বেথে বহুৱাই শুশ্ৰূষা কৰাত ব্যস্ত হল। সেৱা গ্ৰহণ কৰি ডেকা তপস্বীয়ে কলে--যজ্ঞৰ বাবে যূপ কাষ্ঠ আৰু কুশবন ইয়াত সহজে পোৱা যায় নে? স্নানৰ বাবে উপযুক্ত পানী ইয়াত পোৱা যায় নে? তোমাৰ শৰীৰত যি শক্তি আছে তাৰ জোখাই তুমি তপস্যা কৰিছানে? কাৰণ শৰীৰেই হৈছে "আভম্ খলু ধৰ্ম্ম সাধনম্।" সৌন্দৰ্য্যই কেতিয়াও পাপৰ বাটলৈ নিনিয়ে কথাষাৰ সচাঁ, কাৰণ তুমি এই অনুপম সৌন্দৰ্য্য লৈ তপস্বী সকলৰ আদৰ্শ হৈছা। মোক তুমি অচিনাকী মানুহ বুলি নাভাবিবা, কাৰণ তুমি মোক বিশেষ ভাৱে সেৱা কৰিছা। সাত্তোটা শব্দৰ আদান প্ৰদান হোৱা মাত্ৰেই সজ লোকৰ লগত বন্ধুতা কৰিবা বুলি সাধুলোকে কৈ আহিছে। তোমাক এটা কথা সুধিবলৈ বৰ ব্যগ্ৰ হৈছো। যদি কথাষাৰ গুপুত নহয়, তেন্তে অনুগ্ৰহ কৰি উত্তৰ দিবা। তোমাৰ জন্ম হৈছে ব্ৰহ্মাৰ কুলত। তিনি ভুবনৰ পৰা সংগ্ৰহ কৰি অনা সৌন্দৰ্য্যৰ সমষ্টিৰে তোমাৰ দেহ গঠিত হৈছে। ধনৰ পৰা পোৱা আনন্দ তোমাৰ, তোমাৰ এতিয়া যৌৱন কাল, এতিয়া ইয়াৰ বাহিৰে তুমি নো এই কঠোৰ তপস্যা কৰি কি বিচাৰিছা? তুমি অলঙ্কাৰ দলিয়াই পেলাইছা, বাৰ্দ্ধক্যৰ উপযুক্ত বল্কলৰ পৰিধান তুমি এই ভৰ যৌৱনত পিন্ধিছা কিয়? কোৱা, নিশাই ফুট

গধূলিতে বুকুত উজ্বল জোন আৰু তৰাবোৰ লৈ পুৰাক আদৰি আনিব পাৰেনে? যদি তুমি সৰগৰ সুখ বিচাৰিছা তেন্তে তোমাৰ পৰিশ্ৰম অথলে যাব, কাৰণ তোমাৰ পিতৃ দেৱতাৰ স্থান স্বৰগৰ দৰে মনোৰম। যদি তুমি স্বামী পাবলৈ এই তপস্যা কৰিছা, তেন্তে এই কঠোৰ ব্ৰত পালন কৰাৰ প্ৰয়োজন কি? কাৰণ ৰত্নক বিচাৰি সকলো যায়, ৰত্নইতো কাকো বিচাৰি নুফুৰে। তুমি যি ওপত হুমুনিয়াহ কাঢ়িছা তাতেই তোমাৰ গুপুত কথা ওলাই পৰিছে, তথাপিও মোৰ মনত নানান সন্দেহৰ ভাৱ হৈছে। মই ইয়াত এনে কোনো উপযুক্ত লোক নেদেখো যাক তুমি বিচাৰিব পাৰা। তুমি বিচাৰিও পোৱা নাই এনে কোন লোক আছে? তুমি যি জনক অন্তৰেৰে সৈতে ভাল পোৱা, সেই ডেকাজন নিশ্চয় নিৰ্দ্দয়। হে গৌৰী, আৰু কিমান দিন এইদৰে তপস্যা কৰি নিজৰ শৰীৰক কষ্ট দিবা। মই তপস্যা কৰি যি ধৰ্ম্ম পুণ্য সঞ্চয় কৰিছোঁ তাৰ আধা তোমাক দিম, যদি তুমি তাৰে তোমাৰ যোগ্য স্বামী পোৱা।" এইদৰে ডেকা তপস্বীৰ কথা শুনি উমাই লাজত একো উত্তৰ দিব নোৱাৰিলে। সেইবাবে নিমাত হৈ তেওঁৰ ফালে চালে মাথোন। তেতিয়া তপস্বীয়ে পুনৰ কবলৈ ধৰিলে—" তুমি ইন্দ্ৰক তাচ্ছিল্য কৰি শিৱক স্বামীৰূপে পাবলৈ আকাঙ্খা কৰিছিলা নহয় নে? কিন্তু সৌন্দৰ্য্যেৰে শিৱৰ মন জয় কৰিব নোৱাৰা, কাৰণ মদনক ভস্ম কৰাতেই তাৰ প্ৰমাণ হৈছে। এইদৰে উমাৰ মনৰ কথা তেওঁ কবলৈ লাগিল। তুমি বাঞ্ছা কৰিছা জগদীশ্বৰ শিৱক পাবলৈ। যিবোৰ গছ পুলি তুমি ইয়াত কলা, যি বিলাকে তোমাৰ এই কঠোৰ ব্ৰত সদায় দেখি আছে, সেই বিলাকবো আজি গুটি ধৰিলে। কিন্তু প্ৰতিপদৰ জোন যাৰ কপালত তিলক, সেই শিৱলৈ তোমাৰ মৰমৰ ফল নধৰিলে। উমা, মই যি কথা কৈছো সেইবোৰ সঁচানে?

উমাই তেতিয়া উত্তৰ দিলে—" হে বেদশাস্ত্ৰত মহা পণ্ডিত, আপুনি যিবাৰ কথা কলে সেইবাৰ সঁচা। মই সবাতকৈ ওখ ঠাই পাবলৈ আকাঙ্খা কৰিছোঁ, সেই ওখ ঠাই পাবলৈ তপস্যাই মোৰ উপায়।"

তেতিয়া ডেকা তপস্বীয়ে পুনৰ কবলৈ ধৰিলে— "মহেশ্বৰ সকলোৰে জনাজাত। তথাপি তুমি তেওঁক ভাল পোৱানে ? চোৱা, তেওঁ ভাল পায় অমঙ্গলজনক বস্তুবোৰ, তেওঁলৈ তোমাৰ মৰম হোৱাত তোমাৰ সুবিবেচনা হৈছে বুলি মই কব নোৱাৰোঁ। তুমি অপাত্ৰত মৰম দিছা। তোমাৰ এই সুন্দৰ হাত খনে সাপে মেৰিয়াই থকা শিৱৰ হাতৰ স্পৰ্শ সহিব পাৰেনে ? তুমি ভালকৈ ভাবি চাবা, এই দুটা কথাৰ কেনেকৈ সামঞ্জস্য হব—তোমাৰ পাটৰ সাজ কাপোৰ ৰাজহংসৰ ছবিৰে চিত্ৰিত, আৰু শিৱৰ গাত টোপ্ টোপকৈ তেজপৰি থকা হাতীৰ কেচা ছাল। শিৱৰ বুকুত আছে চিতাভস্ম, তোমাৰ বুকুত, য'ত চন্দনৰ লেপ্ উপযুক্ত, তাত শিৱৰ বুকুত লাগি থকা চিতাভস্ম লগাটো কেনে সামঞ্জস্য বিহীন কথা। ইয়াৰ বাহিৰেও আৰু এটা লাঞ্ছনা তোমাৰ হব। তুমি ঐৰাৱতত উঠি ফুৰাৰ উপযুক্ত, কিন্তু বিয়াৰ পাছত শিৱই তোমাক কিদৰে তেওঁৰ ঘৰলৈ নিব ? তেওঁৰ বুঢ়া ষাঁড়টোৰ পিঠিত তুলি ! এনে কাণ্ড দেখি সকলো মানুহে হাঁহিব। ইয়াৰ উপৰি আৰু এটা কথা, মন কৰা—তেওঁৰ চকু কেইটা কি ভয়ানক, তেওঁৰ দৃষ্টিত মানুহে ভয় খায়, তেওঁ অজ্ঞাত কুলশীল, তেওঁৰ মাকনো কোন, দেউতাক নো কোন কেও নাজানে। তেওঁৰ উলঙ্গ অৱস্থাই সকলোকে জনায় তেওঁৰ ধন সম্পত্তি নো কিমান আছে। স্বামীৰ যিবোৰ গুণ থাকিব লাগে, তাৰ এটাও তেওঁৰ গাত আছে নে ? মই কওঁ উমা, তুমি মনত এনে এটা অমঙ্গলীয়া ভাৱ নাৰাখিবা।

শিৱৰ এনে নিন্দা শুনি উমাৰ বৰ খং উঠিল, খঙত তেওঁ কঁপিব ধৰিলে। "তুমি যিদৰে মোৰ ওচৰত কথা কৈছা তাৰ পৰা বুজিছোঁ যে তুমি শিৱক নাজানা। অসাধাৰণ লোকৰ মনৰ ভাৱ বুজি নাপাই কেৱল মাত্ৰ নিৰ্ব্বোধ লোকে তাৰ নিন্দা কৰে। যি জন লোকে অমঙ্গলৰ হাত সাৰিব বিচাৰে, নাইবা ধন ঐশ্বৰ্য্যৰ আকাঙ্খা কৰে, তেওঁ যে মঙ্গলৰ বাবে কৰচকে আদি কৰি কত কি পিন্ধে। যি সংসাৰখন ৰক্ষা কৰে, যাৰ মন কামনা-বাসনা হীন তেওঁ ধন ঐশ্বৰ্য্য লৈ

কি কৰিব ? তেওঁ তৃতীয়া হব পাৰে, কিন্তু তেৰেই ধন ঐশ্বৰ্য্যৰ আকৰ। তেওঁ শ্মশানত থাকে হয়, কিন্তু তিনি ভুবনৰ তেৰেই অধীশ্বৰ। তেওঁ দেখাত ভয়ঙ্কৰ আকৃতিৰ হব পাৰে, কিন্তু তেওঁ শিৱ। এই ত্ৰিশূলধাৰীৰ আচল প্ৰকৃতি কোনেও নাজানে।

'যাৰ ৰূপ হৈছে এই বিশ্ব ব্ৰহ্মাণ্ড, তেওঁৰ ৰূপ নিৰাকৰণ কৰিব নোৱাৰি, সোণৰ অলঙ্কাৰে সেই অঙ্গৰ জেউতি বঢ়াব পাৰে, নাইবা সাপেও জেউতি বঢ়াব পাৰে, নাইবা হাতীৰ ছাল ললেও সেই অঙ্গৰ সৌন্দৰ্য্য বাঢ়িব পাৰে। মৰিশালিৰ ছাই তেওঁৰ অঙ্গৰ স্পৰ্শত হে পৱিত্ৰ হয়, সেইবাবে স্বৰগৰ দেৱতা সকলৰ কোনোবাই নাচি থাকোতে এই মৰ্ত্ত্যলৈ সৰি পৰিলে তেওঁ কপালত মৰিশালিৰ ছাই লয়। যি ইন্দ্ৰই ঐৰাৱতত ফুৰে, সেই ইন্দ্ৰয়ো মূৰৰ কিৰিটিৰে সৈতে ষাড়ৰ ওপৰত ফুৰোতা ভিকহু জনৰ ভৰিৰ কাষত দীঘল দি পৰে। তুমি বৰ নীচমনৰ, শিৱৰ নিন্দা কৰিলেও তুমি একেষাৰ ভাল কথা কৈছা। তুমি কৈছা শিৱ অজ্ঞাতকুলশীল। যি জনাৰ পৰা আন কি, ব্ৰহ্মাণ্ড সৃষ্টি হৈছে, সেই জনাৰ পিতৃ-মাতৃৰ কথা কোনে জানিব পাৰে? বিশ্ব-ব্ৰহ্মাণ্ডৰ গুৰি যে তেওঁ। তোমাৰ লগত অনাহকতে মই তৰ্ক নকৰো। তোমাৰ মতে তেওঁ যিয়েই হওক, মোৰ মন তেওঁতেই স্থিৰ হৈছে। মইমতীয়া স্বভাৱৰ লোকে আনৰ নিন্দালৈ কাণ নিদিয়ে। যি লোকৰ নিন্দা কৰে অকল যে তেওঁৰেই পাপ হয় সেইটো নহয়, যি শুনে তেওঁৰো পাপ হয়।"

এইবুলি কৈ উমাই ততালিকে সেই ঠাই এৰিবলৈ উদ্যত হল। উমাৰ মন যে পৱিত্ৰ, তেওঁ যে সবল, তেওঁৰ অন্তৰত যে প্ৰকৃত প্ৰেমৰ ভাৱ হৈছে এই কথা এতিয়া শিৱই বুজি পালে। আৰু ততালিকে নিজৰ ৰূপ লৈ উমাৰ হাতখন ধৰি মিচিকিয়াই হাঁহি কলে— "তুমি নিজৰ তপস্যাৰে মোক জয় কৰিলা, মই তোমাৰ দাস।" এইদৰে উমাই নিজৰ তপস্যাৰে শিৱক জয় কৰিলে। এই তপস্যা আধ্যাত্মিক তপস্যা, শাৰীৰিক তপস্যা নহয়। পোনতে তেওঁ ভাবিছিল নিজৰ শাৰীৰিক

সৌন্দৰ্য্যৰে তেওঁ শিৱক জয় কৰিব, কিন্তু যেতিয়া বুজি পালে যে ইয়াৰে শিৱক জয় কৰা অসম্ভৱ, তেতিয়া তেওঁ তপস্যাত লাগিল। তেওঁ বিশ্বপতি শিৱক আন কি উপায়েৰে জয় কৰিব পাৰে? তেওঁ আন কি উপায়েৰে শিৱক জয় কৰি দেৱতাসকলৰ বীৰ সেনাপতিৰ মাতৃ হোৱাটো সম্ভৱ হব পাৰে? তপস্যাৰে কৰিব নোৱাৰা কাম একো নাই। শাৰীৰিক সৌন্দৰ্য্য বৃথা, যদি আধ্যাত্মিক বল মানসিক সংযমেৰে সেই সৌন্দৰ্য্য পৱিত্ৰ নহয়। মৰম যেতিয়া শুদ্ধ হয়, তাত যেতিয়া কামনা বাসনা নাথাকে, তেতিয়া এনে মৰম নিশ্চয় জয়ী হব। কালিদাসৰ উমাৰ পৰা ইয়াকেই শিক্ষা পোৱা যায়।

( বাঁহী ২৪শ বছৰ ১১শ সংখ্যা )

# দিঠকৰ সপোন

( টুৰ্গেনিভৰ সপোন বোলা গল্পৰ ছাঁত )

শ্ৰীমতী পুষ্পলতা শইকীয়া

—"নাই, আই মোৰ নাই। আই বুলিবলৈ আজিৰ পৰ কোনো নাই তেনে মোৰ, এই বিপুল ধৰণীত। নহয়, থাকিব কেনেকৈ মই যে নিজ হাতেবেই আইৰ শেষ সোণৰ শৰীৰ পুৰি থৈ আহিছো আজি, উভতিব কেনেকৈ? ধৈৰ্য্যৰ করুণাৰ প্ৰতিমূৰ্ত্তি আইক মোৰ মই নিজ হাতেহে যে বিসৰ্জ্জন দি আহিছো শ্মশানত, ওভোতাম কেনেকৈ? নাই নোভোতাও, পাৰিলেও নোভোতাও, আয়ে মোৰ শান্তি পাওক নেদেখা লোকত অতদিনে ভুগি থকা জ্বালাময় যন্ত্ৰণাৰ পৰা। আইতো মোৰ মৰা নাই —আয়ে মোৰ শান্তিৰ সমাধি লভিলে। মৰণ আহিল তেওঁলৈ আশীৰ্ব্বাদ হৈ আৰু মোলৈ আহিল দাহ। স্বাৰ্থ মোৰ ছাই হওক প্ৰভু! আইক মোৰ শান্তি দিবা, বৰ দুখ পাই গ'ল, বৰ দুখেৰে বিদায় ললে আয়ে মোৰ, বৰ দুখেৰে। শেষ চিতাত আজি সমাধি হওক আইৰ মোৰ, বেদনাৰ ইতিহাস। কাঠৰ জুইত কাঠ সংস্কাৰ হওক, অৱসান হওক আইৰ মোৰ সকলো বেদনা, সকলো যন্ত্ৰণা, সকলো প্ৰাণৰ পোৰাণ। পৰম পিতাৰ ওচৰত আজি পুত্ৰৰ এয়ে শেষ প্ৰাৰ্থনা।

আজিৰ এই প্ৰাৰ্থনাক লেখি থৈ যাও অমৰকৈ মোৰ ডায়েৰীৰ বুকুত। লেখি থও আজি তাক সোণৰ আখৰেৰে বুকুৰ টোপা টোপা তেজ ঢালি মৰণৰ পিছতো যেন মোৰ মিনতি অমৰ হৈ ৰয়। আজি ডায়েৰীৰ বুকুত লেখি থও তেজৰ আখৰেৰে মোৰ জীৱনৰ করুণ ইতিহাস শেষ বাৰলৈ। ইয়াৰ পিছত নোছোও—নেচাওঁ আৰু ইয়াক ছুম কিহলৈ? ইয়াৰ লগত যে পৰিসমাপ্তি মোৰ সকলো............

বিসৰ্জ্জনৰ বাঁহী বাজোক পূৰ্ণাহুতিৰ আগতে। জানোক জগতে মোৰ কুৎচিত, কদৰ্য্য ইতিহাস। বুজক জগতে মঙ্গলময়ৰ অমঙ্গলীয়া লীলা-খেলা, কিছুমান নিৰপৰাধী জীৱৰ ওপৰত নজনা দোষৰ বাবে। পাহৰো কেনেকৈ, অতীতৰ সেই বুকু ভগা স্মৃতিবোৰ, চকুপোৰা ছবিবোৰ। নেচাও বুলিলেও নোচোৱাকৈ নোৱাৰি, নেভাবো বুলিও নভবাকৈ নোৱাৰি থাকিব, অতীতৰ সেই করুণ ৰহস্য কাহিনী। বুকুৰ মাজত সোমাই ই মোক তুঁহ জুইৰ দৰে জ্বলি জ্বলি পোৰাতকৈ ফাটি নেথাকে কিয়, আগ্নেয়গিৰিৰ দৰে বিৰাট শবদেৰে—ছাই কৰি সকলো পোৰণি নিমিষতে। তেনেহলে, তেনেহলে সচাঁকৈয়ে মঙ্গলময়ক করুণাময় বুলি আবাধিম অসঙ্কোচে।

আজি মোৰ কাপৰ মুখত উচ্ছ্বাসৰ উৎস বাধাহীন হৈ ওলাব খোজে নিজ হাতেৰে নিজৰ বীভৎস ইতিহাস—তেনেহলে নেলেখো কিয়?

( দুই )

কব নোৱাৰো সপোনৰ ওপৰত কাৰ কিমান বিশ্বাস, মোৰ জীৱনত হলে ই খেলি গল অভাবনীয় অলৌকিক ঘটনা। আজিও ভাবো সচাঁকৈয়ে সি আছিল সপোন নে দিঠক। আঠ বছৰ অতীত হব লগীয়া হল, কিন্তু আজিলৈকে তাৰ একো মীমাংসা নহল।

১৯২৯ চনত দাও খায় এই ৰহস্যৰ ওৰণী। মই তেতিয়া আছিলো ১৭ বছৰীয়া, আই ৩৫ বছৰীয়া; দুয়ো আমি আছিলো নৈৰ পাৰৰে অকলশৰীয়া ঘৰ এটাত। ঘৰটো আছিল অকলশৰীয়া, আমিও আছিলো অকলশৰীয়া। দেউতাই আমাক অকলশৰীয়া কৈ চিৰদিনৰ বাবে গুছি যায়, মই যেতিয়া ৭ বছৰীয়া, তেতিয়াই। যদিও মই আছিলো নিচেই কুমলীয়া, তথাপি আজিলৈকে পাহৰা নাই দেউতাৰ সেই সৌম্য মহান, উদাৰ, গম্ভীৰ মূৰ্ত্তি। দেউতাক মোৰ সেই বয়সতে পূজা কৰিছিলো মনেৰে। চাইছিলো ভক্তিৰে, কথা কৈছিলো নেপাতিছিলো, কব

নোৰাবো কিয় ? কব নোৱাৰো ভয়ত নে ভক্তিত। কেচুৰাৰে পৰা মই আইৰ বাহিৰে কাকো নেজানিছিলো, নুবুজিছিলো, বুজিবলৈ চেষ্টাও কৰা নাছিলো। ভাবিছিলো আইহে অকল মোৰ আপোন। ইবিলাক দূৰৈৰ। দেউতাক ভক্তি কৰিছিলো, দেউতাতকৈও দেৱতা বুলিহে বেছি। কব নোৱাৰো ভিতৰৰ পৰা কোনে মোক সদায় কৈ থাকিছিল— "এওঁ তোৰ নিজৰ নহয় তোৰ দেউতাৰ কোনোবা" সৰুৰ কুমলীয়া মনতো এই কথাৰ প্ৰতিধ্বনিয়ে মাজে সময়ে ধুমুহা নোতোলাকৈ নেথাকিছিল—মনত পৰে কেতিয়াবা মনে মনে ফুলনাত সোমাই উচুপি উচুপি কন্দা ইয়াৰ বাবেই। বৰ মন গৈছিল, কেতিয়াবা দেউতাৰ কোলাত উঠি মৰম লবৰ। তেওঁ যে মোক নামাতিছিল তেনে নহয়—কিন্তু নেজানো কিহে মোক ভিতৰৰ পৰা বাধা দিছিল ওচৰলৈ যাবলৈ। মোক ওচৰলৈ মাতিলেই মই আঁতৰি পলাইছিলো ভয়ত আৰু আঁতৰৰ পৰা জুমি চাই ৰং পাইছিলো ভক্তিৰে। এই ভয় ভক্তিৰ খেলা খেলিলো ৭ বছৰীয়ালৈকে— তাৰ পিছতেই দেউতাই আমাক এৰি গুচি যায় চিৰদিনৰ কাৰণে-কোনোবা নেদেখালৈ। মানুহে যেতিয়া ৺দেউতাৰ শটো উলিয়াই নিলে, নেজানিলো কʼলৈ নিলে। মনতে ভাবিছিলো -বহুত, বহুত, বহুত দূৰলৈ, কʼৰবাৰ নেদেখা, নুশুনা, দূৰনীৰতীয়া দেশলৈ নিলে, কিজানি যʼৰ পৰা নুভটিব কেতিয়াও। তাকে ভাবিয়েই চিঞৰি কান্দি উঠিছিলো। মানুহে বয় তাৰ আগেয়ে কোনেও শুনা নাছিল হেনো, মোক তেনেকৈ চিঞৰি কন্দা। মোৰ চিঞৰ শুনিয়েই দুবলা আই মোৰ উচপ খাই উঠিল। অতপৰ তেওঁ থিয় হৈ আছিল, নিশ্চল, নীৰৱ শিলৰ কটা মূৰ্ত্তিৰ দৰে—চকুত তেওঁৰ নাছিল এটুপি চকুলো। মোৰ চিঞৰেই কিজানি তেওঁৰ গালৈ আনিলে চেতনা। মোৰ পিনে কিছু পৰ চাই ৰʼল নিৰ্ব্বাক হৈ—তাৰ পিচত লাহে লাহে ওচৰ চাপি অহাৰ গম পালো। আইক মোৰ অহা দেখি চমু চাপি, নোৱাৰিলো আৰু থিৰেৰে থাকিব। লৰ মাৰি গৈ সাৱটি উচুপিবলৈ ধৰিলো।

—উচুপিলো—উচুপিলো হেপাহ পলুৱাই উচুপিলো সেইদিনা—জীৱনত কেতিয়াও মুচুপু বুলি। গম পাই আছিলো আইৰ মোৰ ওপত চকুলো টুলিয়েদি বাগৰি মোৰ গালত সৰি সৰি পৰা। বৰ ভাল লাগিছিল মোৰ সেই নীৰৱ সান্ত্বনা—চকুলোৰে উচুপনীৰ নিচুকনী।

কোনেও বহুত বেলিলৈকে সাহ কৰা নাছিল এই দৃশ্য ভাঙিবলৈ। আই মোৰ সদায় আছিল নীৰৱ, করুণ, কোমল গম্ভীৰ। সকবে পৰা দেখিছিলোঁ আইৰ চকুত কিবা এটা বিষাদ ভৰা করুণ দৃষ্টি কিবা এটাই যেন তেওঁক খুলি খুলি খাইছে, যাক তেওঁক প্ৰকাশ কৰিব নোৱাৰে। তেওঁৰ স্বাভাৱিক গম্ভীৰ মূৰ্ত্তিক এই দৃষ্টিয়ে কৰি তুলিছিল আৰু ওচৰ চাপিব নোৱাৰা গম্ভীৰ। মই কিন্তু ৺দেউতাৰ সেই সৌম্য, সহাস মূৰ্ত্তিতকৈও ৺আইৰ সেই গম্ভীৰ মূৰ্ত্তিকেই সাহ কৰিছিলো বেছি। কথা হলে ৺আইৰ লগতো নেপাতিছিলো বেছিকৈ। সেজোতাই কিজানি মোক ইমান নীৰৱকৈ সৃজিছিল ভৱিষ্যতলৈ সহিব লাগিব বুলি এই বুকু ভেদা নীৰৱ বেদনাৰ যন্ত্ৰণা—যাক প্ৰকাশ কৰিব খুজিলেও নোৱাৰি কৰিব। আৰু সেই দেখিয়েই হবলা আয়েও মোক মাতিছিল মহিন বুলি—৺দেউতাই দীপক নাম থোৱা স্বত্বেও।

এনেকৈয়ে হেৰুৱালো ৺দেউতাক মোৰ—সেই দিনাৰ সন্ধিয়া। আগেৰে পৰা তেখেতৰ তেজৰ চাপ বেছি আছিল—সেইদিনা পৰিল আৰু গ'ল—উভটি নেচালে পিছলৈ। সন্ধ্যাচলত সূৰ্য্যাস্তৰ লগে লগে অস্ত গল ৺দেউতাৰ মোৰ জীৱন প্ৰদীপ। শেষ নিশা তাৰ ঠাই হল 'নবগ্ৰহৰ' শ্মশানৰ বুকুত। ৺দেউতা গুচি গল। ৺আয়ে মোক ললে আৰু নিবিড় ভাবে বুকত সুমুৱাই। মইও জুৰণী ভৰা জিৰণি ললো—৺আইৰ সেই চেনেহ ভৰা কোলাৰে তলত।

( তিনি )

আয়ে মোক লৈয়েই পাহৰিলে তেওঁৰ শোক, বৈধব্যৰ যন্ত্ৰণা, মোৰ ওপৰতে উবুৰি কৰি ঢালিলে তেওঁৰ মৰম চেনেহ ভাল পোৱা, আইৰ

পক্ষে এইটো একো অস্বাভাবিক নাছিল, কাৰণ মইয়েই যেতিয়া আছিলো তেওঁৰ একমাত্ৰ সন্তান। মানুহে কথাতে কয় "আদৰ পালে লৰা গুছে।" কিন্তু মোৰ জীৱনত হলে ই ওভোটা হল। মই আছিলো আইৰ আচলৰ ধন—ধনী মানুহৰ একেটী সন্তান; কিন্তু ধনৰ অভিমান বা আভিজাত্য অভিমানে মোৰ মন অধিকাৰ কৰিব পৰা নাছিল। এই কথাকিষাৰ মই গৰ্ব্ব কৰি কব খোজা নাই; কৈছো নিজকে চাই লোকৰ চকুৰে। 'ঈশ্বৰ' বুলি বস্তু এটা যদি ক'ৰবাত আছে, তেন্তে মই আজি কৃতজ্ঞতা জনাওঁ তেওঁক ইয়াৰ বাবেই। নহলে আজিৰ এই আঘাত মই সহিলোহেঁতেন কেনেকৈ? ই যে মোৰ মূৰত আকাশী স্বৰগ ভঙা দি ভাঙিলহেঁতেন অকস্মাৎ নিষ্ঠুৰ ভাবে।

সহিলোহেঁতেন কেনেকৈ এই নিৰ্ম্মম সত্য যে, মই এটা পাষণ্ড দস্যুৰ সন্তান। মোৰ পিতা সেই শান্তমূৰ্ত্তি, মহান মূৰ্ত্তি পিতা নহয়, এটা নৰাধম, পাষণ্ড হে মোৰ আচল পিতা। ভাবিলেও গাত মোৰ বিজুলি খেলে। গৰম তেজৰ সোঁত বয় মোৰ প্ৰতি শিৰে—প্ৰতি উপশিৰে, প্ৰতি ধমনীয়ে। বুকু ফাটি ছিৰা-ছিৰ হৈ, লব খোজে প্ৰতিশোধ নিজৰ ওপৰতে, নিজৰ এই জঘন্য উৎপত্তিৰ বাবে।

ভাবো সেই দেখি কৰিলে ভালেই, নহলেতো' মই সহিব নোৱাৰিলোহেঁতেন—এই নিৰ্দ্দয়, নিষ্ঠুৰ, নিৰ্ম্মম সত্যক সঁচা বুলি। মোৰ আভিজাত্য অভিমান, মোৰ ধনৰ অভিমান যে চূৰমাৰ হলহেঁতেন কালৰ কুটীল চকাৰ তলত। মোৰ মূৰত পৰিলহেঁতেন নিষ্ঠুৰ নিয়তিৰ নিদাৰুনীয়া বাৰ্দ্ধ। সহিলোহেঁতেন কেনেকৈ? সেই দেখিয়েই প্ৰণতি জনাওঁ সেই নেদেখা জনক (মনৰ লগত তৰ্ক নকৰো ঈশ্বৰ আছে নে নাই! মোৰ সান্ত্বনাৰ বাবে মই ভাবি লও তেওঁ আছে) সাৱধান কৰি দিয়া বাবে মোক তেওঁৰ অন্তৰ্য্যানীৰে।

মোৰ মনে কৈছিল আগৰে পৰা কিবা এটা নিদাৰুণ সত্য যেন লুকাই আছে, ভবিষ্যতৰ আঁৰ কাপোৰৰ আঁৰত। তাৰ বাবে প্ৰস্তুত হৈ আছিলো। সৰুৰে পৰা কিবা এটা নেজনা নেদেখা নজনা

অলৌকিক শক্তিয়ে মোক লৈ ফুৰাইছিল বক্ষা কৱচৰ দৰে আঁৰে আঁৰে ।

বয়স হলত বুজিব পৰা হলত, আঁৰ কাপোৰ দাঙ খালে—চক্ নেখালো উচপ্ খাই মুঠিলো, অতি সাধাৰণ কথাৰ দৰে সাধাৰণ ভাৱে বুজি ললো ! ভিতৰত হলে জ্বলি থাকিল তুঁহ জুই। যি জুই মুমাব নমৰালৈকে। মৰণৰ চিতাৰ শেষ জুইয়েহে মুমাব পাৰিব সেই জুই। কাঁইটে কাঁইট উলিয়াৰ দৰে বাহিৰৰ জুইয়ে মুমাব লাগিব মোৰ বুকুৰ জুই। তাৰ বাবে চাই আছো আজিবে পৰা। কাপুৰুষৰ দৰে মই শান্তি লভিব নোখোজো, শেষ কৰি এই চিতা জীৱনক ইয়াতেই সহি যাম—সহি যাম। অনুভূতিহীন শিলৰ দৰে সহি যাম করুণাময় বোলা বস্তুৰ এই নির্ম্মম দান। ভেওঁৰ এই নির্দ্দয় উপহাৰক কৈছো আশীৰ্ব্বাদ বুলি। অভিমান নকৰো কাৰো ওপৰত। কৰিম বা কাৰ ওচৰত ? যাৰ হৃদয় নাই সেই হৃদয়হীনৰ ওচৰত আকৌ অভিমান কিহৰ, যদি কৰিব লাগে, তেনে কৰিম গছৰ মুঢ়াৰ দৰে প্ৰাণহীন জড় বস্তু এটাৰ ওচৰত। নেদেখা জনৰ ওচৰত সহানুভূতি বিচৰাতকৈ দেখা জনৰ আগতে সমবেদনা ভিক্ষা কৰিম। সঁহাৰি নেপালেও অনুতাপ নহব ।

( চাৰি )

অতীতৰ কথাই যে কিয় আজি এনেকৈ জুমুৰি দি ধৰিছে নোৱাৰো ক'ব। সেই স্মৃতি আজি বেছিকৈ জ্বলি উঠিছে মোৰ হৃদয়ত—আইৰ শেষ চিতাৰ লগে লগে। আইৰ নশ্বৰ দেহ যেতিয়া জ্বলি জ্বলি ছাই হৈছিল—ভাবিছিলো মোৰ বুকুৰ দাহকো দাহন কৰিম তাতে। ক'তা ? দাহ কৰিম ছাবি তাক বেছিকৈহে জ্বলাই তুলিলো মোৰ হৃদয়ত। নহয়, অলোক, অলোক, অতীতৰ বেদনাই পাৰে যদি মচোক মোৰ বৰ্ত্তমানৰ বেদনা। অতীত বৰ্ত্তমানৰ খেলি-মেলিয়ে পাৰে যদি ৰক্ষা কৰোক মোক আজিৰ দিনা, এই মহানিশাৰ মাজনিশা এই কাল ৰাতিৰ দুপৰ ৰাতি।

উস্ ইমান অসহায়, ইমান অকলশৰীয়া লাগিছে নিজকে। কিয় ? আই বাচি থাকোতেও এই কথা নেপাতিলো সিমানকৈ। সেই ঘটনাৰ পিছৰ পৰাই আই একেবাৰেই নীৰব আছিল, তথাপিও কিয় আজি ইমান অসহায় লাগিছে নিজকে। একোতেই কিয় নেপাও সান্ত্বনা, দুৰ্ব্বল মনৰ যে মই। নহয় নেলাগে, নেভাবো মই দুৰ্ব্বল নে সবল। আজি বুকু ভৰি কান্দি লও শেষবাৰৰ কাৰণে। সেইদিনা সন্ধিয়া দেউতাক লৈ গলত কান্দিছিলো, উচুপি উচুপি শেষবাৰলৈ বুলি, আজিও একমাত্ৰ জন্ম দাতৃৰ কাৰণে কান্দি লও শেষ বাৰলৈ। আৰু নেকান্দো। চকুপানী ওলালেও তাক শুকুৰাম মৰুভূমিত পানীৰ দৰে। চকুৰ লোৰ সলনি তেজৰ লো বোৱাম। বুকুৰ তেজ মোৰ মচিব লাগিব চকুৰ পানীৰে। শেষ চিতাৰ কাঠৰ জুইয়ে মুমাব লাগিব মোৰ বুকুৰ তুঁহ জুই। তেনেকৈয়ে নিজৰ ওপৰত প্ৰতিশোধ লম—নিজৰ কুৎচিত জন্মৰ বাবে। মোৰ পাষণ্ড পিতাৰ পাপৰ প্ৰায়শ্চিত কৰিব লাগিব—মোৰ পাপৰ শোণিতেৰে, তেতিয়াহে মোৰ আইৰ আত্মাই যদি শান্তি পায়।

( পাচ )

আজি মোৰ মন-সৰোবৰত উটি ফুৰিছে সেইদিনাৰ কথাবোৰ একে একে ছবিৰ দৰে। তেতিয়া মই কটন কলেজৰ দ্বিতীয় বাৰ্ষিক শ্ৰেণীত। কোনেও সিমানকৈ ভাল নেপাইছিল মিলিবলৈ মোৰ লগত, মোৰ এই জন্মগত নীৰবতাৰ বাবে। দুৰ্ভাগ্যক্ৰমেই কম নে সৌভাগ্যক্ৰমেই কম কব নোৱাৰো। মোৰ বন্ধুত্ব ঘটিল চিদানন্দ হাজৰিকা নামেৰে একে শ্ৰেণীৰে অতি কথকী লৰা এজনৰ লগত। তেওঁৰ নিচিনা কথকী এজনে মোৰ নিচিনা নীৰৱ এজনক কিয় যে ইমানকৈ ভাল পালে কব নোৱাৰো, ৰহস্যই হে জানে। তেওঁৰ কথকতায় মোৰ নীৰৱতাৰ ওচৰত বাধা নেপাব বুলিয়েই কি জানিবা নেজানো। তেওঁৰে মোৰে এই অমিল মিলন সকলোৰে হাঁহিৰ বস্তু হৈ পৰিল। কিছুমানে মোক দীপকৰ সলনি মাতিবলৈ ধৰে "নীৰবানন্দ" বুলি। কব নোৱাৰো "চিদানন্দৰ"

লগত নীৰৱানন্দক মিলাবলৈকে নে সদায় মই নীৰৱ থাকিয়েই আনন্দ পাওঁ দেখি। যেয়েই কি নহওক "চিদানন্দ" নীৰৱানন্দৰ এই অমিল মিলন সঁচাকৈয়ে মধুৰ মিলনত পৰিণত হবলৈ সৰহ দিন নেলাগিল।

মোৰো বৰ ভাল লাগিল এই খোলা মনৰ সৰল লৰাজনক। আজিও তেওঁৱেই মোৰ একমাত্ৰ বন্ধু—যাৰ ওচৰত হৃদয় খুলি দুআষাৰ কথা পাতি ক্লান্ত মনক সান্ত্বনা দিব পাৰো। তেওঁৰ কথকতাই দিয়া নাই মোৰ নীৰৱতাক ধৰা পৰিবলৈ লোকৰ চকুত সিমানকৈ। এই বিশাল ধৰণীত তেওঁয়েই আজি মোৰ একমাত্ৰ ধৰণী। মোৰ এই হিয়া ভঙ্গা দুখ পতিয়াবলৈ আজি কোনো নাই—তেওঁৰ বাহিৰে।

সেইদিনা আছিল ১৯২৯ চনৰ জুলাই মাহৰ কোনোবা এটা আবেলি পৰ। নেকনেকীয়া বৰষুণ। আহিছো কলেজৰ পৰা অকলে। "চিদা" অনুপস্থিত কিবা এটা বিশেষ কামত। ঘৰলৈ উভতিলো। মন নগল সেই কেনকেনীয়া বৰষুণত বাহিৰলৈ ওলাবৰ। সেইদেখি মোৰ চিৰ-লগৰী কিতাপ এখনকে লৈ বহি পৰিলো বাৰান্দাৰ হেলনীয়া চকী এখনতে। লোৱা কিতাপ লোৱাতে থাকিল, পঢ়িবলৈ মন নগল। বাহিৰত প্ৰকৃতিৰ লীলা-খেলা চায়েই বহি ৰলো বহুত পৰ। প্ৰকৃতিৰ তাণ্ডৱ-নৃত্য চাই চাই ভাগৰ লাগিল—এলাহৰ অৱসাদে চকুমুদাই আনিলত বিছনাত পৰিলোগৈ।

বিছনাত পৰিলো। টোপনি আহিল। সপোন দেখিলো। সপোন যে মোৰ জীৱনত দুৰ্লভ তেনে নহয়—দেখো প্ৰায় সদায়েই। প্ৰায় সদায়েই কিয়, নিতৌ দেখো বুলিলেও হানি নাই। সপোনৰ সঁচাৰ ওপৰত মোৰ দৃঢ় বিশ্বাস আছিল সৰুৰে পৰা, কাৰণ কেসা-বাবো ই সঁচা হয় মোৰ জীৱনত। নোৱাৰো সেই দেখি পাহৰিব তাক সততাই।

বেদবাক্যৰ দৰে তাক মানি লওঁ—ধ্ৰুৱ সত্যৰ দৰে বিশ্বাসৰ চকুৰে চাওঁ—কেতিয়াবা ফলে, কেতিয়াবা নফলে। তথাপি মোৰ বিশ্বাস অটল। মানুহে ভাবিব পাৰে মোক দুৰ্ব্বল মনৰ বুলি, পিছে কৰিব

কি ? ২৫ বছৰে আজি কত শত সপোন দেখিলো। লেখ তাৰ দিব নোৱাৰো, কিন্তু পাহৰা হলে নাই এটি সপোনকো, সেইবিলাক আজিও চিৰ নবীন মোৰ মানস পটত। কিন্তু সেইদিনাৰ সপোন হলে মোৰ স্মৃতি পটত নবীনতকৈও নবীন, স্মৰণীয়তকৈও স্মৰণীয় হৈ ৰল আৰু ৰবও নমৰো মানে।

—কিয় ? কিনো দেখিলো। দেখিলো সপোনত সেইদিনাৰ সপোনতে প্ৰথম দেখিলো মোৰ পাষণ্ড পিতাক—নৰাধম জন্মদাতাক নৰ-পিশাচ ৰূপে। সেইদিনা সপোনত মই বিশ্বাস কৰিব নোৱাৰিছিলো, সিয়েই মোৰ পিতা। কল্পনাৰ অতীত তাৰ মূৰ্ত্তি, জঘন্য তাৰ দৃষ্টি, বীভৎসতাৰ প্ৰতিমূৰ্ত্তি সি। সিয়েই আকৌ হেনো মোৰ জন্মদাতা পিতা ! ভাবিবলৈও ঘিণ লাগে তাৰ মুখ, তাৰ সেই জঘন্য মূৰ্ত্তি, তাৰ সেই বীভৎস পৈশাচিক দৃষ্টি।

তথাপিও সকলো জানিও তাকে মানিব লাগিব পিতা বুলি—তাৰে পচা তেজৰ পচা বীজ যে মই ! এই নিদাৰুণীয়া সঁচাক অস্বীকাৰ কৰো কেনেকৈ ? উস্ ইয়াকেই কয় নেকি ! নিয়তিৰ পৰিহাস—দেখিলো সপোনত মই যেন গৈ আছো ক'ৰবালৈ—কেতিয়াও নজনা, নুশুনা, নেদেখা সুৰসুৰীয়া বাট এটাৰে। গৈ গৈ পালোগৈ কিছুমান লেতেৰা পঁজাঘৰ। দেখিলো তাত কিছুমান ঠিক তেনে ধৰণেৰে লেতেৰা মানুহ—যি সকলক তাৰ অধিবাসী বুলি ভাবিলে শুৱায়।

মোৰ তাহাতক দেখ আৰু মন নগল আগবাঢ়িবলৈ। উভতিবলৈ ওলালো। ওভতো বুলি ভাবিছো মাথোন, এনেতে দেখিলো—তাৰে মাজৰ পৰা কোনোবা মানুহ এজন লৰি আহ্য মোৰ পিনে। একো বুজিব নোৱাৰি থমকি ৰলো। মানুহটো লৰি আহি মোক একো প্ৰশ্ন নকৰাকৈয়ে টানি নিবলৈ ধৰিলে ছৰছৰকৈ সেই দলটোৰ পিনে। সপোনতে মই যুঁজিলো তাৰ লগত বহুত পৰ। কৃতকাৰ্য্য নহলো। সি মোক টানি নি থিয় কৰালেগৈ এটা বীভৎস নৰ মূৰ্ত্তিৰ সন্মুখত—যাক মই আজি স্বীকাৰ কৰিবলৈ বাধ্য মোৰ পিতা বুলি।

সি পিশাচৰ দৰে হাঁহি হাঁহি কৰলৈ ধৰিলে—"হেৰা, চোৱা, চোৱা, তোমাৰ পুতেৰাক ক'ৰ পৰা ধৰি আনিলোঁ।" সেই নৰপশুক পৈশাচিক চাহনিৰে কুটিল কটাক্ষৰে দেখিলো মোৰ পিনে, সি মোক শুধিলে মোৰ পৰিচয়। নকলো মই, জোৰেৰে আদায় কৰিব খোজাত চিঞৰি উঠিলো,—চিঞৰৰ লগে লগে মোৰ সেই সপোনও অন্ত হল।

চক্ খাই উঠি বহিলো শোৱা পাটীত, মনটো লাগিল বৰ গধুৰ। সপোন দেখি উঠি সদায় তাকে ভাবিয়ে কিছুপৰ কটোৱা এটা অভ্যাসত পৰিণত হোৱাত, সেই দিনাও তাৰে পুনৰাভিনয় কৰিলো; কিন্তু আন দিনাৰ দৰে একো স্থিৰ সিদ্ধান্ত কৰিব নোৱাৰি ভাবি ভাবি মনটো কৰি তুলিলো আগতকৈও গধুৰ। ৰৰষুণ তেতিয়া লাহে লাহে কমি আহিছে। "চিদালৈ" বাট চালো কিছু পৰ। নাহিল। অকলেই ওলালো—নৈৰ পাৰৰ পৰা ঘূৰি আহিবলৈ - মনটো পাতল লাগক বুলি।

ঘৰলৈ যেতিয়া ওভটো, তেতিয়া বাজিছে আঠ নে চাৰে আঠ। আইক দেখিলো মোলৈকে বাট চাই ফুলনিত ঘূৰি ফুৰা। মই একো নেমাতি লাহে লাহে ভিতৰলৈ সোমাই গলো। আইকো অহা গম পালো মোৰ পিছে পিছে। উভতি চাই দেখো সচাকৈয়ে আহিছে।

সুধিলো মই—"কি আই কিবা শুধিব খুজিছ?" উত্তৰ দিলে— "নাই খোজা শুধিব একো—বেলিকৈ আহিলি দেখোন? মুখখনো বৰ শুকান দেখিছো—গা বেয়া লাগিছে নেকি?" মই হাঁহি মুখেৰে ভিতৰৰ ভাৱ গোপন কৰি উত্তৰ দিলো—'নাই নাই একো হোৱা নাই। আজি ৰাতি পুৱাৰে পৰা বতৰটো ভাৱৰীয়া নহয়, সেইদেখি আবেলি পৰত ক'লৈকো নোলাই শুলো দেখিয়েই হবলা মুখটো বৰকৈ কামুৰিছে। এতিয়া নৈৰ পাৰৰ পৰা ফুৰি আহি অলপ ভাল পাইছো। ভাল হই যাব নে এতিয়াই, তই ভাবি নেথাকিবি তাকে।'"

আয়ে লাহেকৈ কলে—ও বা জেনে বি পাৰ ছুটামান খাই শুই

থাক গৈ—পঢ়িব শুনিব নালাগে আজি। ময়ো শলাগি আতৰি গলো কাপোৰ সলাবলৈ।

সেইদিনাৰ নিশা কটালো—প্ৰথমতে কিছুপৰ ভাবি, পিছত টোপনিৰ কোলাত অচেতন হলো—নিদ্ৰাদেৱীয়ে কেতিয়ানো আহি শীতল হাতৰ পৰশ বুলাই গল গম নেপালো। সপোন নেদেখিলো একো—

( ছয় )

ৰাতিপুৱা শুই উঠি মনটো আগ দিনাতকৈ অলপ ফৰকাল লাগিল—লেখা কাম কিছুমান থকাত তাকে শেষ কৰি কলেজলৈ ওলালোঁ। "চিদাক" লগ পালো কলেজত। "চিদাই"ও সেই একে প্ৰশ্নকে কৰিলে কিয় মোক শুকান শুকান লাগিছে বুলি। মই ধেমালিৰ সুৰত কলো—"তোৰ বিৰহত"। সি হোঃ হোঃ কৈ হাঁহি হাঁহি মোৰ পিঠি চপৰিয়াবলৈ ধৰিলে। কলে, "তয়ো তেনে মোলৈ ভাব।"

এইবাৰ হলে মই ধেমালিৰ সুৰত নকৈ অলপ গহীন সুৰেৰেই কলো, "নহয়, আছে এটা কাৰণ। তোক কালিয়েই কম বুলি ভাবিছিলো তই নাহিলি। আজি আবেলিকৈ কম। কাৰোবাক নকলে মোৰ মন পাতল নেলাগিব।" মোৰ গহীন মুখ দেখি চিদায়ো অলপ গহীন হৈ সুধিলে কাৰণটো নো কি? কলো বেয়া সপোন এটা। কথাষাৰ শেষ হবলৈ নৌ পাওতেই চিদা উঠিল হাঁহি হো হো কৰে। কলে "অ' তোক চেৰা বলিয়াক বলিয়া সপোনে পালে- তোৰ সপোনৰ কথা শুনি শুনি মই হলে সচাঁকৈয়ে ভাগৰিলো বোপাই।"

উত্তৰ দিলো মই ডাঠ হৈ, সুৰত দৃঢ়তা সানি, শুন বা নুশুন মই কমেই! নেজান নেকি তোৰ বাহিৰে মোৰ কোনো নাই বুলি—মোৰ বলিয়ালি শুনিবলৈ? যদি নিতান্ত নুশুন নুশুনাও, তেনে নালাগে মোক কাৰো দয়াৰ আজলি। কৈয়েই আঁতৰি আহিলোঁ।

কাকো কেতিয়াও কোৱা নাই টান কথা, বেয়া লাগিল চিদাক

তেনেকৈ কঠোৰ উত্তৰ দি নিচেই ধেমেলীয়া কথাযাৰৰ বাবে। আকৌ তাৰ ওচৰলৈ গলো। চিদাৰ চকুৰ ভাবৰ পৰা ইয়াকে মাথোন বুজিলো যে সি মোৰ পৰা এনে উত্তৰ আশা কৰা নাছিল। মই ওচৰ চাপিলতে হাত দুখনত ধৰি কলে "মাফ্ কৰিবি মলিন! মই তোৰে সৈতে কেতিয়াও ধেমালি নকৰো"—মোৰ সচাকৈয়ে বৰ বেয়া লাগিছিল তাক দুখ দি মিছাতে—"হাঁহি কিবা এটা কব খুজিছিলো মাত নোলাল, চকু দুটা চলচলীয়া হল। সেইদিনা মোৰ চকুয়েই মোৰ মনৰ কথা কলে।" সি আনন্দত আকোৱালি ধৰি কলে -"বল ষ্টুডেণ্টচ্ কেবিনত সোমাই চাহ দুকাপ মানকে শেষ কৰি আজিৰ দনখন ভাঙি আহো। 'শৰ্ম্মাৰ' লাভ হওক তেওঁ আমাৰ দন্দৰ বাবেও।"

মান্তি হলো -

সেইদিনা দোকানত বৰ ভিৰ। কলেজীয়া লৰাৰ বাহিৰেও তাত কিছুমান বাহিৰা মানুহকো চাহ খাবলৈ সোমোৰা দেখিলো। অলপ পৰ বোৱাৰ পিছতেই শৰ্ম্মাই মাতি নিলে আমাক ভিতৰলৈ। গৈ বহিয়েই দেখো- মোৰ সেই সপোনৰ মূৰ্ত্তিটো চকুৰ আগতে মোৰ। উচপ্ খাই উঠিলো। চিদাই লক্ষ্য কৰিলে—পিছে সুধিলে দেখোন একো। চাহ আহিল। মানুহটোক দেখিয়েই মোৰ মানুহটোৰ প্ৰতি কিবা এটা কৌতুহল ভৰা বিতৃষ্ণা হৈছিল। ভাবিছিলো কোনোবাই যদি মানুহটোৰ পৰিচয় সোধে ভাল হয়, মই নিজে কিন্তু নোসোধো। কোনোবাই সোধাৰ আগতেই সি নিজেই মোৰ পিনে অলপ তীক্ষ্ণ দৃষ্টিৰে প্ৰশ্ন কৰিলে—"তোমাৰ অ' মাফ কৰিব—আপোনাৰ নাম জানিব পাৰোনে?" মানুহটোৰ এই কৃত্ৰিম সভ্যতা সনা কথা শুনি মোৰ খং আগতকৈও চৰিল—উত্তৰ নিদিলো মুখনাৰ ভাও ধৰি। চিদায়েই মোৰ মান ৰাখি উত্তৰ দিলে—"তেওঁৰ নাম দীপককুমাৰ ভূঞা।"

আকৌ সুধিলে সি আপোনালোক নো থাকে কত? আপোনালোকৰ অভিভাবক বা কোন? কিজানিবা চিনি পাওঁয়েই। চিদাই নিজৰ পৰিচয় দি মোৰ পৰিচয় দিবলৈ ওলাল, ঠিক সেই সময়তে সচা যেন

মোক বাধা দিছিল—নিদিবি তোৰ পৰিচয়, সি তোৰ সৰ্ব্বনাশ কৰিব। চিদাই কিন্তু দিলে মোৰ পৰিচয়; দেখিলো সেই পাষণ্ডৰ চকু দুটা জ্বলি উঠা তপত আঙ্গঠাৰ দৰে কিবা এটা দানবীয় আনন্দত।

ৰাতিৰ দৃশ্য মনত পৰিল; লৰালৰিকৈ খোৱা শেষ কৰি ওলাই আহিলো নবৈ চিদাক লৈ। দেখিলো চিদাক মানুহজনৰে আৰু কিছুপৰ কথা পাতি থকা। বৰ আমনি লাগিছিল মোৰ—ভাবিছিলো গুছি যাও এৰি থৈ চিদাক তাতেই। নগলো পিছে।

অলপ পিছতে দেখিলো চিদাক ওলাই অহা, সেই মানুহটোৰে সৈতে। সি বিদায় ললে মোৰ পৰা আৰু চিদাৰে পৰা আৰু দেখিলো তাক, ঠিক তাবে নিচিনা এটা বৰবৰৰ লগত ওলাই যোৱা।

সপোনৰ মূৰ্ত্তিৰে দিঠকৰ মূৰ্ত্তিৰে মাত্ৰ এইখিনি প্ৰভেদ মোৰ চকুত পৰিছিল -সপোনত তাক যিমান বীভৎস দেখিছিলো ইয়াত সি সিমান নহয়। দিঠকত তাক অলপ সভ্যতা জনা ভদ্ৰলোক যেন লাগিল। (যদিও তাত আন্তৰিকতা নাছিল) সাজ পাৰত পিন্ধিছিল অলপ ভদ্ৰলোকৰ দৰে যদিও, তাৰ ভিতৰৰ ৰূপ ঢাক খোৱা নাছিল পোছাকৰ আঁৰত।

মই খঙৰে সুধিলো চিদাক—কিয় ইমান বেলি কৰিলা বুলি। সি কলে "এই, আজি মোৰ লগত দন কৰিম বুলিয়েই প্ৰতিজ্ঞা কৰি আহিছ নেকি? মিছা কথা একোটাতে যে দপ্ দপাই উঠিছ। মোৰ নো কি দোষ হল বাৰু কছোন!"

বেচেৰা ভদ্ৰলোকজনে প্ৰশ্ন সুধিছে উত্তৰ নিদি থাকো কেনেকৈ, বেয়া নেদেখি জানো।

তেওঁ যে তোৰ আতি-গুৰি কিমান সুধিলে, কি কম। সকলো কথা খুটিয়াই খুটিয়াই সুধি ললে। সচাকৈয়ে তোৰ মুখত এনে এটা আকৰ্ষণী শক্তি আছে—যিহে নেদেখা মানুহকো আকৰ্ষণ কৰে। চাছোন এই মানুহজনে তোক নেজানেও নুশুনেও—অথচ তোৰ কথা কত সুধিলে মোক! তোৰ কথা সোধোতে তেওঁৰ মুখখন আনন্দত জ্বলি

জ্বলি উঠিছিল। মন কৰিছিলি নে ? ( মোৰ অন্তৰাত্মাই মোৰ বিবেকে কিজানি মন কৰিছিল—তাৰ মুখ আনন্দত জ্বলি উঠিছিল নে—কিবা পৈশাচিক কল্পনাৰ আনন্দত ) বৰ ভাল ভদ্ৰ-ভদ্ৰীয়া মানুহজন নহয় নে ?"

মোৰ মনে তেতিয়া মোকে প্ৰশ্ন কৰি আছিল মানুহজনে কিয় ললে তোৰ ইমানখোৰ পৰিচয় ! যিহওক 'চিদাক' উত্তৰত "ও" বুলি কৈ পাল মাৰি থলো। যাওঁতে চিদাই বাটে বাটে কত কথা কৈ গল একো নোসোমাল মোৰ মগজুত। কেৱল একেটা প্ৰশ্ন মোৰ মনত—কিয় সি মোৰ পৰিচয় ললে।

আজিহে জানিছো, সেই পৰিচয়েই মোৰ কাল হল। সেই পৰিচয়েই হৰি নিলে মোৰ সকলো সুখশান্তি, সকলো আনন্দ ঐশ্বৰ্য্য সকলো পিনৰে সকলো—সেই দেখিয়েই কিজানি মোৰ লেখনিয়ে পাতনিতে কৈ আছিছে "দুৰ্ভাগ্যক্ৰমেই কম নে সৌভাগ্য ক্ৰমেই কম কব নোৱাৰো মোৰ বন্ধুত্ব ঘটিল চিদাৰ লগত।"

এটা কাৰণত মই কৃতজ্ঞ এই বন্ধুৰ ওচৰত। তেওঁ নিদিয়া হলে মোৰ পৰিচয়--মইতো নেজানিলোহেতেন আজিলৈকে মোৰ এই বীভৎস জন্মৰহস্য। ভাল হল এক ৰকমে—বেয়া হল আনৰকমে। ভুল-তৰ্ক ধৰি জুখিলে কিজানি ভালেই হব জয়ী।

হোৱা কথা হৈ গল—কলেজলৈ উভতি আহিলো। দুয়ো উভতিলো ঘৰলৈ বুলি, ৪ বজাত একেলগে। চিদাই সেইদিনা মোৰ সপোনৰ কথা শুনিবলৈকে মোৰ লগতে আহিল আমাৰ ঘৰলৈ। চাহ জলপান খাই—জিৰাই সত্তাই দুয়ো ফুৰিবলৈ ওলাও মানে, ঘড়ীত বাজি উঠিল ৫ বজাৰ ঘন্টা। অলপো বেলি নকৰি খোজ ললো শৰণীয়া পাহাৰৰ পিনে। যাওঁতে বাটত কৈ গলো মোৰ সপোন কাহিনী। চিদাই পেটে পেটে হাঁহিছিল নে নাই নেজানো, মুখেৰে হলে গম্ভীৰ হৈয়েই শুনি গৈছিল ; মোৰ কথা শেষ হলত সি কলে—"সেইবোৰ তোৰ মিছা কল্পনা। এই জীৱনত নেদেখা নুশুনা মানুহটোক আকৌ সপোনত

দেখিবি কেনেকৈ ? কিবা ভাবি কিবা দেখিলি! সেইবোৰ পাহৰি পেলা—সব মিছা কল্পনা সব মিছা। তোৰ বলিয়ালি মগজৰ বলিয়া কল্পনা বুলিলেও বঢ়াই কোৱা নহয়। এনেকুৱা কথানো কেতিয়াবা সম্ভৱ হব পাৰে নে ?

শুনিছা জানো কেতিয়াবা এনে কথা সম্ভৱ হোৱা! ই অসম্ভব' ইত্যাদি নানা বুজনি দিলে সি মোক সেই সন্ধিয়া—শৰণীয়াৰ বুকুত।

মোৰ মনে হলে বুজনি নেমানিলে, বুজনি মানিলোহেঁতেন যদি তাক মই নেদেখিলোহেঁতেন, ঠিক সেই দিনাই। চিদাক সন্তুষ্ট কৰিবলৈকে 'তোৰ কথাই সঁচা কিজানি' বুলি কৈ থলো।

ভিতৰত হলে চলি থাকিল—
নানা সন্দেহৰ খকা-খুন্দা।

( সাত )

ঘৰলৈ বুলি খোজ ললো নানা সন্দেহৰ বোজা মনত লৈ চিদাক লগ ধৰিছিলো—ৰাতিটোও মোৰে সৈতে কটাবলৈ, অমান্তি হল সি বৌয়েকহতে চিন্তা কৰিব বুলি।

অকলেই উভতিছো, চাৰি আলিৰ মুখত চিদাক বিদায় দি। লাহে লাহে খোজ কাঢ়ি আহি আছো ঘৰমুৱা হৈ, বিশেষ কাম একো হাতত নথকাত। ঘৰ পায়েই দেখো পদূলি মুখত ডাঃ দাসৰ মটৰ। বুকুখন চিৰিং কৰে গল, কেতিয়াও নহা মানুহ এজন অসময়ত আহিছে কিয় বুলি ভাবি। মই যোৱাৰ আগলৈকেতো কাৰো একো অসুখ বিসুখ হোৱা নাছিল। হঠাতে নো হল কি! ইত্যাদি ভাৱে মোক জুমুৰি দি ধৰিলে। বেগাবেগিকৈ খোজ ললো।

ঘৰ পায়েই দেখো লিগিৰী ছোৱালীজনী উধাতু খাই লৰি আহিছে মোৰ পিনে। ওচৰ পায়েই উশাহ নোলোৱাকৈয়ে তাই কবলৈ ধৰিলে। দেউতা—আইৰ, আইৰ আজি যিহে হৈছিল আহকচোন চাওকহি, আহকচোন, চাওকহি।" কি যে হৈছিল তাই আৰু কুটাই নকলে।

মইও তাইৰ পৰা জানিবলৈ চেষ্টা নকৰি নিজেই আগবাঢ়িলো জানিবলৈ।

দেখিলো গৈ মোৰ, আইক পৰি থকা অজ্ঞান অৱস্থাত ওচৰতে বহি আছে ডাঃ দাস। মোক দেখিয়েই ডাঃ দাস উঠি আহিল। চকুৰ ঠাৰেৰে মাতিলে বাহিৰলৈ। ওলাই আহিলো। দুয়ো গৈ ঠিয় হলোগৈ বাৰান্দাৰে এচুকত। তেতিয়ালৈকে মই নেজানো কথাটো নো কি। ডাঃ দাসে আৰম্ভ কৰিলে—"তুমি ওলাই যোৱাৰ আগলৈকে তোমাৰ আয়েৰা ভালেই আছিল হবলা!– "হয়"—

আকৌ প্ৰশ্ন হল "এনেকুৱা ফিট মাজে মাজে হয় নেকি!" "নাই। মই জনা বুজা হবৰ দিনাৰে পৰা আজিলৈকে দেখা নাই, তেখেতৰ এনে হোৱা। এনেকি ৺দেউতা ঢুকুৱা সময়তো আইক ধৈৰ্য্য ধৰি থিৰেৰে থকা হে দেখিছিলো! ডাক্তৰ সকলে যদিও কয় 'আইৰ হাৰ্ট' হেনো বৰ দুৰ্ব্বল।" কলো মই সিমানকে।

"ও বুজিছো তেখেতৰ তেনেকৈ ভয় কৰিবলগীয়া একো হোৱা নাই। দুৰ্ব্বল মানুহ নহয়, হঠাতে কিবা কথাত চক্ পাই এনেকুৱা হৈছে।

ভাল হৈ যাব, সেই ভাৱ আতৰ হলেই। তেখেতৰ একমাত্ৰ ঔষধ হৈছে একো নেভাবি জিৰণি লোৱাটোৱেই। তথাপি মই দি যাও এটা দৰৱ। ভাত লিখামতে খুৱাবা। মই এতিয়া আহোচোন। ইয়াকে কৈ ডাঃ দাস যাবলৈ ওলাল। পদূলি মুখলৈকে মই পিচে পিচে গলো আগবঢ়াই থবলৈ। নটৰত উঠিলত বেগাবেগীকৈ উভতি আহিলো।

আহি দেখিলো আয়ে চকু মেলি চাইছে। ৩চৰ চাপিলত অৰ্থহীন চকু তুলি মোৰ ফালে চালে। ভাল পাইছেনে, সুধিলত একো উত্তৰ নিদি চায়েই ৰ'ল মোৰ পিনে একেথৰে। ময়ো আমনি নকৰি বহি ৰলো ওচৰতে, বহুত বেলিলৈকে। তেনেকৈয়ে কিছুপৰ চাই, থাক থাকি, লাহে লাহে টোপনিত অচেতন হৈ পৰিল। ময়ো উঠি আহিলো ;

আছিল কথাটো জানিবলৈ চাকৰ চাকৰাণীবোৰৰ পৰা। তাহাতৰ মুখে শুনিলো ইমানেই যে, আবেলি পৰত কোনোবা চোৰ হেনো আইৰ কোঠালী সোমায়। আয়ে চোৰ দেখি ধৰ ধৰ বুলি চিঞৰাৰ লগে লগেই চোৰ পলাই ফাট মাৰে আৰু ভিতৰলৈ সোমাই আহি দেখে ৺আইক অজ্ঞান অৱস্থাত। বাৰীত বন কৰি থকা মালীটোৱে চোৰ নিজ চকুৰে দেখিছো বুলি সৈ কাঢ়ে। তাৰ কথাৰ সত্যতাৰ প্ৰমাণ লবলৈ তাক চোৰৰ চেহেৰা বৰ্ণাবলৈ দিলো। সি কলে সি হেনো ভালকৈ দেখা নাই, কিন্তু আঁতৰৰ পৰা যিখিনি দেখিছে তাবে বৰ্ণনা দিব পাৰে। সেই আঁতৰৰ বৰ্ণনাই মোৰ পক্ষে যথেষ্ট হল; তাৰ বৰ্ণনাই মনত পেলাই দিলে মোক সপোনৰ সেই দস্যুৰ চেহেৰা। মোৰ গাত যেন কিংবাই দাকিবলৈ ধৰিলে—থাকিব নোৱাৰিলো তাত আকৌ আহি আইৰ ওচৰ পালোহি।

সেই নিশা তেনেকৈ ভিতৰ বাহিৰ কৰিয়েই ৰাতিটো কটালো চকু মুদ নেখালে এখন্তকলৈও।

( আঠ )

ৰাতি পুৱা কুকুৰাৰ ডাকৰ লগে লগে পালোগৈ আইৰ ওচৰ। দেখিলো আইক বিছনাতে বহি কিবা ভাবি থকা—চকু দুটা আগনিশাৰ দৰে ভাষাহীন নহয়। মোক দেখি উচপ খাই চাই আকৌ থিৰ হ'ল। মই একো নেমাতি নিচেই ওচৰতে বহিলো গৈ।

বহুত পৰলৈকে দুয়ো নীৰৱ। ময়েই নীৰৱতা ভাঙি সুধিলো, গা কেনে পাইছে বুলি। উত্তৰ পালো "ভাল।" গাত হাত দি চাও যে গা তপত। জ্বৰ জুখিলত ১০১ ডিগ্ৰী জ্বৰ তেতিয়াও গাত।

মই একো নজনাৰ ভাও জুৰি সুধিলো আইক—হঠাতে কিয় জ্বৰ উঠিল বুলি। আয়ে আচৰিত হৈ কলে 'তই একো নেজান তেনেহলে।' 'কিহৰ কথা শুধিলে?' "কলে সেই চোৰ—চোৰৰ কথা। কালিৰ সেই চোৰৰ কথা নেজান?" কলে বৰ আচৰিত হৈ। ময়ো কথাবাৰ

উবাই দিবৰ মনেৰেই কলো—"অ' চোৰৰ কথা। জানো সেইবোৰ সব বাজে, মই বিশ্বাস নকৰো। ক'ৰ চোৰটো আছিল ? কোনো অহা নাছিল।"

"কোনো অহা নাছিল! মোৰ চকুকো তেনে তই অবিশ্বাস কৰিবলৈ কৱ ? মই নিজে দেখিছো তাক সোমাই অহা আৰু মোৰ পিনে ...... .. ..উত্তেজনাত কঁপিবলৈ ধৰিলে। মই কি কৰিম, কি নকৰিম ভাবি নেপাই কবলৈ ধৰিলো—"অ' তই দেখিছ যদি নিজ চকুৰে, বিশ্বাস কৰিছো, বিশ্বাস কৰিছো এতিয়া, তোৰ কথা সঁচা আই, 'থং নকৰিবি'। কঁপি কঁপিয়েই আয়ে কবলৈ ধৰিলে, 'সচাঁতো মোৰ কথা। সঁচাতকৈও সঁচা—তাতকৈ সঁচা আৰু একো হব নোৱাৰে। আজি বিশ্বাস নকৰিব পাৰ, কিন্তু এদিন বিশ্বাস কৰিবি যিদিনা তোৰ কলঙ্কিনী মাৰৰ নিজ মুখেৰে শুনিবি তোৰ মাৰৰ কলঙ্কময় ইতিহাস, তোৰ নিজৰ জন্ম ইতিহাস। সেইদিনা বিশ্বাস কৰিবি।"

মোৰ বুকু কঁপি উঠিল—নিদিলো আইক আৰু আগবাঢ়িবলৈ; হেচো মাৰি বিছনাত শুৱাই থৈ নিজে ওলাই আহি পঠিয়াই দিলো চাকৰনী ছোৱালী এজনীক বখীয়া হবলৈ। গোটেই দিনতো সেইদিনা চকুৰ আঁৰে আঁৰে ফুৰিলো—ক'ৰবাত ধৰা দি উত্তেজনা বঢ়াই তোলো বুলি।

( ন )

—পিছদিনা ৰাতিপুৱা চাহ খাই উঠি চিনাৰে সৈতে কথা পাতি আছো। পহীন কথাকে পাতিছো গ'ল ৰাতিৰ। শেৱালী নামৰ ছোৱালী জনী আহি কৈ গল, আয়ে হেনো মোক মাতি পঠিয়াইছে। বেলি নকৰি উঠিলো যাবলৈ। চিনাই সুধিলে থাকিব নে যাব। কলো যাবলৈকে, বেলি কৰিম ভাবি।

শেৱালীয়ে পিছে পিছে গৈ আছো—আয়ে নো মাতিলে কিয় তাকে ভাবি।

আহক, আহক- তিনিব সোমাইতী—[illegible] নিজাতে বহিছো।

বহিলো গধুৰ মনেৰে ; বহুত বেলিলৈকে একো নাই ; আইক কেৱল দেখিলো গিলাচে গিলাচে পানী শেষ কৰা অস্থিৰ হৈ। কিবা এটাই যেন আইৰ কোৱাৰ শক্তি কাঢ়ি আনিছে—পিয়াহত যেন আইৰ অণ্ঠ কণ্ঠ শুকাই আহিছে, সেই বিশ্বপিয়া, পিয়াহক দমাবলৈকে যেন এই বিপুল চেষ্টা। ময়ো সংজ্ঞাহীনৰ দৰে অবাক হৈ চাই ৰলো আকনো কি কৰিব বুলি।

গাতৈ চেতন আহিল আইৰে মাত্ৰত। "সাহ আছেতো তোৰ শুনিবলৈ মোৰ কলঙ্কৰ কথা। যদি নাই, উঠি যা।" মাত নিদিয়াকৈয়ে উত্তৰ দিলো বহাৰ পৰা মুঠি।

শুন তেনে ( আকৌ এগিলাচ পানী খাই লালে ) তই এতিয়া কেচুৱা লৰা নহয়। যথেষ্ট বয়স হৈছে তোৰ সংসাৰৰ আও ভাও বুজিবলৈ। সেই দেখিয়েই কবলৈ ওলাইছো তোক আজি তোৰেই জীৱন ৰহস্য। মন দি শুনি ল—গতিশীল সংসাৰৰ আওপকীয়া আও ভাও।

ইমান দিনে কোৱা নাছিলো ; তোৰ কুমলীয়া মনে কুটীল সংসাৰৰ এই জটিলতা বুজিব নোৱাৰি শিয়ৰি উঠে বুলি। নিজৰ বেদনা নিজে হজম কৰিব নোৱাৰি আক অধঃপাতে যায় বুলি। এতিয়া তোৰ ওপৰত মোৰ সেই খিনি বিশ্বাস আছে, কও শুন তেনে ভালকৈ।

দেউতাৰে ( জগতে যিজনক তোৰ দেউতাৰ বুলি জানে ) বিয়া কৰাইছিল মোক ভাল পায়েই—মই যেতিয়া ১৭ৰ দেওনাত। আপত্তি তোলা নাছিল কোনেও, আমাৰ সেই মিলনত। মিলনৰ আবহনিতে আয়তী সকলৰ মঙ্গল উৰুলী বাজি উঠা দেখিয়েই হবলা—সমাপ্তিত বাজি উঠিল কালৰ কিৰিলি। পাতনিৰে সমাপ্তিৰে এনেকুৱা অমিল কিজানি ঘটা নাই কাৰো জীৱনত।

বিয়া হৈ গল সুকলমে। দেউতাৰে আনিলে মোক গুৱাহাটীলৈ। ইয়ালৈকে। এই ঘৰলৈকে। ইয়াতে এই ঘৰতে এই কোঠালীতে কটাও মই মোৰ সোণ ঝৰণীয়া দিনবোৰ আনন্দেৰে। তেতিয়া আমাৰ দুয়োৰো মাজত নাছিল কোনো [illegible] আছিল মোৰ একো চিন

চাৰ। সেইটোৱেই নীলা আকাশৰ বুকুত কলাডাৱৰ চপৰাৰ দৰে—আমাৰ মনটো কৰি তুলিছিল মাজে সময়ে ডাৱৰীয়া। যদিও অন্তেকলৈ। তাৰ বাবে আক্ষেপ আছিল মোৰহে, সেউতাৰতকৈও বেছি। সেই দেখিয়েই কিজানি ঈশ্বৰ নির্দ্দয় ভাবে মোৰ আক্ষেপ মিটাল। সেই ঘটনাও ঘটে এই জুলাই মাহতে এই আপদীয়া জুলাই মাহতে। সেউতাৰে মোক লৈ শিলঙলৈ যায় হাৱা বদলিৰ কাৰণে। এমাহ কটাও নুখেৰেই, দ্বিতীয় মাহত মোৰ কপালত আপদীয়া গ্ৰহই দেখা দিয়ে। সেই মাহতে সেউতাৰৰ নিচিনা মানুহ এজনেও কথাত ভোল গৈ বন্ধুতা পাতে "যদু বৰুৱা" নামে তাৰে এটা পাৰঙৰ লগত।

প্ৰথমতে তাক ভালেই লাগিছিল মোৰো, তাৰ মুচুকি কথা বতৰাত। যদিও তাৰ চেহেৰাত আছিল গুণ্ডামি—তথাপি সি মুহিব পাৰিছিল কথাৰে। দুদিনমানহে মোৰ লাগিছিল তাক ভাল, পিছত তাৰ চকুৰ দৃষ্টি বুজিব পাৰিলত মোৰ মনে বিদ্ৰোহ কৰি উঠিলে, এই মানুহটোৰ বিপক্ষে—কিবা নজনা বিপদৰ আশঙ্কাত। সেউতাৰক সাৱধান কৰি দিলো, নুশুনিলে মোৰ উপদেশ, উকৰাই দিলে হাঁহি।

ফলে ঠাট্টাৰে "মোক বলিয়া কৰিছিলা দেখি তাৰা নেকি সকলো তোমাৰ কপতে বলিয়া বুলি। ২৫ বছৰীয়া বুঢ়ী তুমি, কোনো কপৰে মোহত তোমাৰ ভয় নেথাকা।" সেই দিনা হলে তেখেতৰ ৰসিকতাত মোৰ গাত জুই জলিছিল—ফুটাই কৈ লাভ নাই দেখি নামাতিলো একোকে। কৰিম কি। সমাধানৰ উপায় নেদেখি মনে মনে থাকিলো। সেই পাষাণৰ হলে অহা যোৱা দিনে দিনে বাঢ়িছে গল, জনা তনাকৈ উপেক্ষা কৰা সত্বেও তাক ইমান দিনে গাখীৰ খুৱাই সাপ পুহিছিলো, খোট মাৰিবলৈ সময় লিন নকৰিলে। এদিন এদিন দুপৰত সেউতাৰ অনুপস্থিতিত মোৰ সৰ্ব্বনাশ কৰি যায় সি, চকুৱে মুখে, হাতে ভৰিয়ে কাপোৰ বান্ধি—পাষণ্ডৰ দৰে, নৰাধমৰ দৰে, কাপুৰুষৰ দৰে। কম নোৱাৰো মই তেতিয়া যদি আছিলো সে বান্ধি—যদি বাচি

আছিলো তেনে সেই যন্ত্ৰণা মৃত্যুতকৈও কষ্টকৰ। মৃত্যুতকৈও ভয়াবহ, মৃত্যুতকৈও নিষ্ঠুৰ।

তাতকৈ পাষণ্ডই মোক যদি হত্যা কৰি গলহেঁতেন—তাক মই ক্ষমা কৰিলো হেতেন মৰণৰ সিপাৰৰ পৰা। কিন্তু আজি ক্ষমা নকৰো তাক, অনুতাপত জ্বহি পচি মৰিলেও।

দেউতাৰ উভতি আহিল। সুধিলে মোক নানা কথা উত্তৰ দিলো খোকা-খোকিকৈ। কৰ খুজিলো কেবা বাৰো যি ঘটিল—আকৌ ভাবিলো ই সচা নে মিছা—সপোন নে দিঠক! কোনে জানে! যদি মিছা, তেনে কি হব! নিজৰ চকুৰ ওপৰতে বিশ্বাস হেৰুৱালো সেইদিনা, নিজকে বিশ্বাস কৰিব নোৱাৰি নকলো একোকে।

সঁচা মিছাৰ প্ৰমাণ পালো—এমাহ নে দুমাহৰ পিছত। যি দিনা জানিলো—এই নিদাৰুনীয়া সঁচাক মিছা বুলি সেই দিনা হলে সাহ নহল কৰলৈ একো। কেবাবাৰো চেষ্টা কৰিলো—জিভা কোচ খাই আহিল, নিজৰ লগতে যুঁজিলো, নোৱাৰিলো। জীৱনত একো কথা লুকুৱা নাছিলো মই তেখেতৰ পৰা, খালি এই কথাষাৰৰ বাহিৰে ইয়াকো লুলুকুৱালোহেঁতেন যদি সেই দিনাই মই পালোহেঁতেন ইয়াৰ গম।

দিন পুৰণি হৈ আহিল। মোৰ সাহও মৰি আহিল লাহে লাহে। নোৱাৰিলো প্ৰকাশ কৰিব সেই গুপুত ৰহস্য দেউতাৰ চকুৱাৰ দিনলৈকে। সি গুপুতেই থাকি গল। অনুতাপ হয় সেই দোষৰ বাবেই আজি। যদিও মই অনুতপ্ত, আজি দেউতাৰৰ ওচৰত নহওঁ, কিন্তু ঈশ্বৰৰ ওচৰত। যদি তেওঁ তাৰ বাবে বিচাৰে কৈফিয়ৎ দিবলৈ মই সাজু এতিয়াৰে পৰা।

যদি সচাঁকৈয়ে ঈশ্বৰ বুলি বস্তু এটা আছে, যদি ঈশ্বৰেই সকলো দুখ-সুখৰ গৰাকী, যদি তেওঁৱেই সকলোকে চলাই লৈ ফুৰায়, তেনে মই সেই ঈশ্বৰক কাপুৰুষ বোলো। তেওঁৰ বিচাৰক অন্যায় বোলো। যদি তেওঁ কাপুৰুষ নহয়, তেনে কাপুৰুষৰ দৰে ভীৰুৰ দৰে কিয়, তেওঁ

প্ৰতিশোধ ললে মোৰ ওপৰত, মোৰ নজনা দোষৰ বাবে। যদি ললে নললে কিয় সমুখা সমুখিকৈ। দুখুজিলে কিয় মোৰ মনৰ, লগত যাৰ ওপৰত মোৰ সম্পূৰ্ণ অধিকাৰ। যি মোৰ ইচ্ছাধীন, যাক মই ৰাখিব পাৰো শাসনত ৰাখো বুলিলেই।

পৰীক্ষা নকৰিলে কিয় মোৰ মনৰ দৃঢ়তা বা চঞ্চলতা বুজি মোৰ মনৰ লগত। সেই দেখিয়েই বোলো তেওঁক কাপুৰুষ—কাৰণ কাপুৰুষৰ দৰে তেওঁ প্ৰতিশোধ ললে মোৰ এই ক্ষণ ভঙ্গুৰ দেহৰ ওপৰত—যাৰ ওপৰত মোৰ অধিকাৰ নাই। ইচ্ছা স্বত্বেও যাক মই ৰক্ষা কৰিব নোৱাৰো—সেই ক্ষন্তেকীয়া দেহৰ ওপৰত।

মন মোৰ সপি নিদিলোহেঁতেন অপবিত্ৰ হবলৈ ইমান সহজে, যুঁজিলোহেতেন প্ৰাণ-পণে, কিন্তু কৰিম কি, নোৱাৰিলো দেহক মোৰ ৰাখিব পবিত্ৰকৈ। সেই পাষণ্ডৰ লালসাৰ আগত। ইয়াৰ বাবে দায়ী কোন? দোষী কোন ইয়াৰ বাবে? মই নে, সেই পাষণ্ড, নে সমাজ, নে ভাগ্য? যদি ভাগ্য, কোনে গঢ়া ভাগ্য সেইখন। কৰ্ম্মফলে! কৰ্ম্মফলে যদি ভাগ্য গঢ়ে--কৰ্ম্ম কৰায় কেনে কোনে আমাক? তয়েই-তয়েই দেখোন আজি মোৰ প্ৰশ্নৰ উত্তৰ। তয়েই বিচাৰ কৰ আজি তোৰ মাৰৰ দোষ—মই দোষী, নে নিৰ্দ্দোষী? মোক লাগে ন্যায় বিচাৰ, মোক লাগে শাস্তি।

তইঁত ভবিষ্যতৰ আশা ভৰসাৰ স্থল, তইঁত ডেকাবোৰ, যাৰ হৈ আজি ছু-আষাৰ উপদেশ দি যাও। শুন মন দি। ই হিতোপদেশৰ উপদেশ নহয়—অনুভৱ কৰি দিয়া—বুকুৰ তেজেৰে বঢ়াই দিবলৈ ওলোৱা উপদেশ।

তইঁতেই আজি দেশৰ সমাজৰ আশা। তইঁতৰ ওপৰতে নিৰ্ভৰ কৰিছে ভবিষ্যতৰ জেউতি। কওঁ সেইদেখি, যদি পাৰ চেষ্টা কৰিবি ভাঙিবলৈ সমাজৰ এই পচা জেউতি। এই হৃদয়হীন অন্তঃকৰণহীন সমাজৰ উঁইয়ে খোৱা জেউতি। বাজিবি নতুন জেউতি সোণৰ শিকলিৰে—আৰ্দ্দৰ্শৰ ওৰ চাপত, কুসংস্কাৰৰ উঁইয়ে যাতে নোতালে তাত চাপ।

সমাজ কোন? তই—মই—মই—তুমি। মোক তোক বাদ দিলে সমাজ ক'ত? ভয় কিহৰ, তেনে আকৌ সমাজলৈ। সি বাঘো নহয় ভালুকো নহয়—তই আৰু মই। তয়ে মুয়ে যদি নিজৰ মঙ্গল অমঙ্গল লৈ চকু নিদিও, দিব কোনে? নিজৰ ওপৰতে ঠেহ পাতি থাকিলে নহ'ব—নিজহাতে কুঠাৰ মাৰিব লাগিব—অমঙ্গলৰ মূৰত। দূৰ কৰিবলৈ তাক চিৰদিনৰ বাবে।

আজি এৰি দে বাক, মোৰ কথা। ক্ষমা বিচৰা হলে কৰিলেহেঁতেন ক্ষমা, সেইভাবে নধৰিলেহেঁতেন মোৰ দুৰ্ভাগ্যক, দোষ বুলি নকলেহেঁতেন মোক কলঙ্কিনী বুলি। কিন্তু ভাবি চা মোৰে অৱস্থাত আন আন বাই ভনীৰ কথা, যাক আশ্ৰয় দিবলৈ নাই কোনো, যি একেবাৰেই অকল-শৰীয়া। সমাজে তেওঁৰ ব্যৱস্থা দিব কি? কলঙ্কিনী বুলি আতৰাই থবলৈ—দোষী কোন ভাবি চাব নে সমাজে? আজি সমাজৰ আশীৰ্ব্বাদ দুৰ্ব্বলৰ বাবে নহয়, সবলৰ বাবে। নিৰপৰাধী জীৱ কিছুমানৰ ওপৰত সমাজ আজি বৰ মতা, অ'গৰণুৱা বিনাদোষতে শাস্তি বিহিবলৈ। কিন্তু যাৰ গাত গলদ, সিহঁতৰ প্ৰতি অন্ধ—আজিৰ সমাজ চকু মুকলি চাবলৈ নিৰপৰাধীৰ শাস্তি—অন্ধ, চাবলৈ পিশাচৰ পৈশাচিক নৃত্য।

এই অবিচাৰে নষ্ট কৰিছে কত শত জীৱৰ প্ৰাণ জানে কোনে? তইতে যদি কুঠাৰ নেমাৰ এই ভণ্ডা আদৰ্শহীন সমাজৰ মূৰত, চাবি এদিন নিজে নিজেই ই বাগৰি পাৰিব—নিজে নিজেই ভাগি পৰিব নিজৰ পাপত। নিৰপৰাধীৰ তপত চকুলোৱে, তপত উশাহে এদিন ধুমুহাৰ দৰে বান-পানীৰ দৰে উটুৱাই নিব এই সমাজক ক'ৰবাৰ এটি অতলৰ তললৈ।

তোৰ মাৰৰ আজি বুকুৰ পোৰণি—নিজৰ কথা ভাবি নহয়, নিজৰ দুৰ্ভাগ্যলৈ চাই নহয়, নিজৰ বাই ভনীৰ দুৰ্ভাগ্যলৈ চাই। সমাজে নাজানিলে মোৰ কলঙ্ক—মোৰ আশ্ৰয়দাতা আছিল তোৰ দেউতাৰ। কিন্তু ই যোৱৰ অৱস্থা—যাক আশ্ৰয় দিবলৈ কোনো নাই মোৰ দৰে। ভাবি চা এবাৰ তাহাঁতৰ কথা, ভাবি চা সমাজৰ অত্যাচাৰ তাহাঁতৰ

ওপৰত। পৰিণতি ইয়াৰ কি! নকলেও বুজিছ ইয়াৰ পৰিণাম— আগতকৈও অধঃপতন। সমাজে শিপাবলৈ দিছে বয়ুমলাক—উদ্ধাৰিব লাগিব তহঁতে, তহঁতৰ পিতা পিতামহৰ পাপৰ প্ৰায়শ্চিত্ত কৰিব লাগিব, তহঁতৰ নিজ হাতেৰে।

'নিজে মই কৰিব নোৱাৰিলো একো। আঁতৰি আছো সেইদেখি পূতিগন্ধময় এই সমাজৰ পৰা। তোক কিন্তু উপদেশ দিছিও আঁতৰিবলৈ।

"ভিতৰলৈ সোমা, চা, দোষ ক'ত! আচল গলদ কত!" অলপ পৰ আই মনে মনে বল; দেখিলো উত্তেজনাত কঁপিছে। চকু দুটা জ্বলিছে আজঠাৰ দৰে। সাহ নহল একো কবৰ, বহি বলো একে দৰেই। আছো তেনেকৈয়ে কিছুপৰ, হঠাতে দেখিলো আইক লুটি খাই পৰা বিছনাত। কান্দিবলৈ ধৰিলে উচুপি উচুপি, পাহৰি—তেওঁ ক'ত।

সংজ্ঞা আহিলত কলে মোক উঠি যাবলৈ—জানিলো মোৰ উপস্থিতি তেওঁৰ পক্ষে পীড়াদায়ক। আৰু মই বুজিলো সেই চোৰেই যে মোৰ জীৱন্ত পিতা।

( দহ )

সেইদিনাৰ পৰা হেৰুৱালো মই আইৰ সেই চেনেহী কোলা। সেই দিনাৰ পৰা আয়ে মোৰ চুৰিবলৈ ধৰিলে আঁৰে আঁৰে ধৰা দিদি। বুজি নাপালো কিহৰ বাবে! কি জানি নিজৰ কলঙ্কৰ কথা প্ৰকাশ কৰাৰ বাবেই নিজৰ পুতেকৰ ওচৰত। হব পাৰে।

পুৰা আঠ বছৰ আজি, সেই ঘটনা ঘটাৰ। এই আঠ বছৰ আই মোৰ আঁতৰে আঁতৰে থাকিয়েই আঁতৰি গল—এনে কি বেমাৰতো মোক দিদিছিল থাকিবলৈ বেছি পৰ ওচৰত।

আজি শেষ সময়ত কেৱল মাতিলে মোক ওচৰলৈ। কলে খাকীখোৰক ওলাই যাবলৈ—সলে মোৰ মুখ লেখবাবলৈ বুকুত সুমুৱাই, পাহৰি গৈছিলো আজি নিজকে—সেই বুকুৰ তলিত তল গৈ।

আজি ৮ বছৰৰ উপবসীয়া হিয়াই পাহৰি গল নিজকে, পাই সেই চেনেহ নিজবা। আয়ে কত উপদেশ দিলে, নোসোমাল একো কাণত, হঠাৎ ঘেৰঘেৰণী উঠিল দিভিত। উচপ খাই উঠি বহিলো, হাঁহিলে আয়ে—হাত দুখনত দিলে দুটি চুমা। কলে "ক্ষমা কৰিছ মাৰক তেনে!"—"ক্ষমা! কিহৰ বাবে ক্ষমা কৰিম তোক আই। কি দোষত অপৰাধী তই! মোক ক্ষমা কৰি যা, মোৰ এই নিদাৰুণীয়া জন্মৰ বাবে—তোৰ বুকুত জুই জ্বলাব অহাৰ বাবে!" ভৰি দুখনি সাবটি সাবটি চকুলোৰে তিয়াই কলো৷ কথা কি যাৰ—উত্তৰ নাহিল দুনাই—।

কব নোৱাৰো আয়ে মোৰ কথা শুনিলে নে নাই-মোৰ সেই বিননি—মোৰ বিননি গছে পাতে লয় পাবলৈ নৌ পাওঁতেই বাজি উঠিল কালৰ কিৰিলি।

শুনিলে কিৰিলি, উৰি গল প্ৰাণপখী সুদূৰ নীলিমৰ বুকুত আশ্ৰয় লবলৈ; মোক থৈ বাট খেপিয়াবলৈ—এন্ধাৰত অকলে, বাচোমানে।

বিদায় দি আহিলো আইক—এতিয়া বাচিব লাগিব। আইৰে আদৰ্শ লৈ চেষ্টা কৰিব লাগিব-মোৰ আইৰ সপোন সঁচাত পৰিণত কৰিবলৈ। শকতিৰূপিণী আয়ে মোক শকতি দিয়ক, নেদেখাব পৰা।

মোৰ আয়ে বিচাৰিছিল জগতৰ মতামত—সেই দেখি ডায়েৰীৰ বুকুত অমৰ কৈ অনা তাক জানিবলৈ জগতৰ মত। দিয়ক আজি জগতে, দিয়ক আজি সমাজে উত্তৰ ইয়াৰ।

সচাকৈয়ে দোষী কোন? গলদ আচল কত?

(২৫প বছৰ বাঁহী দ্বিতীয় সংখ্যা ১৮৫৯ শক।)

# শব্দৰ বুৰঞ্জী

শব্দৰ বুৰঞ্জী পঢ়িবলৈ বৰ আমোদ জনক—একো একোটা শব্দৰ অৰ্থ কি দৰে বৰ্ত্তমানৰ অৰ্থ লৈ আহিবলৈ পালে—সেইবোৰ জানিলে বৰ ৰং পোৱা যায়। ধৰক আমি সদায় পঢ়ি থকা ইংৰাজীৰ এই দুটা শব্দ 'ইডিয়ট' আৰু 'ডান্স' ( Idiot আৰু Dunce )। এই দুটা শব্দৰেই আলোচনা কৰা যাওকচোন। গ্ৰীক ভাষা মতে আমি 'ইডিয়ট' শব্দটোৰ সামাজিক দায়িত্ব বোধৰ লগত সম্পৰ্ক থকা বুলি পাও। 'ডান্স' শব্দটোত বেনেচাঁ যুগত হোৱা আদৰ্শৰ সংঘৰ্ষ এটা আভাষ পোৱা যায়। গ্ৰীক ভাষাৰ পৰা ইডিয়ট ( Idiot ) শব্দটো ফৰাছী আৰু লাটিন ভাষালৈ গৈছে। ইডিয়টছ ( Idiots ) শব্দ হৈ শব্দটোৰ অৰ্থ হল ছুৰকাৰী বিষয় নোহোৱা "প্ৰাইভেট" মানুহ ; শব্দটো আহিল ইডিয়ছৰ ( Idios ) পৰা—গ্ৰীক অৰ্থ আছিল 'প্ৰাইভেট' অৰ্থাৎ বেছৰকাৰী। শব্দটো আছিল বিশেষণ পদৰ। বিশেষ্য বাচক শব্দলৈ আহি গ্ৰীক শব্দটোৱে বুজালে ৰাজহুৱা দায়িত্ব নোলোৱা মানুহ। ৰাজহুৱা দায়িত্ব লোৱাটো যেতিয়া গ্ৰীকদেশত সকলো মানুহৰে অৱশ্য কৰ্ত্তব্য হৈ পৰিল, আৰু এনে বিধৰ দায়িত্ব লোৱাটো শিক্ষাৰ অঙ্গ হল, আৰু ইয়াকে নহলে শিক্ষা সম্পূৰ্ণ নোহোৱা বুলি দেশৰ মানুহৰ ভাব হল, তেতিয়া এই 'ইডিয়ট' ( Idiot ) শব্দটোৰ অৰ্থ হল, এজন অশিক্ষিত মানুহ, একো নজনা মানুহ। গ্ৰীক্ ভাষা মতে এনে অৰ্থত এই শব্দটোৰ ব্যৱহাৰ ইংৰাজী ভাষাতো আমি পাওঁ ১৭শ শতাব্দীৰ ইংৰাজী সাহিত্যতো। জেৰেমী টেইলৰে ( Jeremy Taylor ) এই শব্দটো কেইবা ঠাইতো "বেছৰকাৰী মানুহৰ" পৰিবৰ্ত্তে ব্যৱহাৰ কৰিছে। কিন্তু এতিয়া এই শব্দটো নিন্দাবাচক শব্দ হৈছে, মানসিক শক্তি যাৰ নাই, তেনে বিধৰ মানুহকে বুজোৱা হৈছে।

শব্দ একোটা অৰ্থত কিদৰে বাগৰি যায়, সেইটো শিক্ষাপ্ৰদ। ইংৰাজী ভাষাৰ এই শব্দ কেইটাই 'ক্ৰেফটী' ( Crafty ) 'স্লাই' (Sly), 'কানিং' ( Cunning ). মূলতে বুজাইছিল জ্ঞান, কৌশল, এতিয়া মানুহৰ দুৰ্ব্বলতা এটা বুজোৱা হৈছে; অসৎ উদ্দেশ্য লৈ নিজৰ জ্ঞান বুদ্ধিৰ প্ৰয়োগ কৰা বুজোৱা হয়।

'ৱাণ্টন' ( Wanton ) আৰু 'লিউড' ( Lewd ) এই শব্দ দুটা অৰ্থত কিদৰে বাগৰি গৈছে চাওক—পোনতে বুজাইছিল, লিখা-পঢ়া নজনা অশিক্ষিত, কিন্তু এতিয়া বুজাইছে, লম্পট, কামাসক্ত। পোনতে বুজাইছিল, অজ্ঞানতা, তাৰ পাছত বুজালে উদ্ধত অভদ্ৰ স্বভাৱ, তাৰ পাছত বুজা হল বং ধেমালি প্ৰিয়; তাৰ পাছত সংযমৰ অভাৱ বাচক শব্দলৈ আহিল।

'ডান্স ( Dunce ) শব্দটোৰ বুৰঞ্জী কিন্তু সম্পূৰ্ণ সুকীয়া, তথাপিও শিক্ষাপ্ৰদ। এই শব্দটোৰ ওপৰত অদৃষ্ট দেবীৰ এটা নিষ্ঠুৰ পৰিহাস হৈছে। ৰেনেছাঁ যুগত হোৱা আদৰ্শৰ সংঘৰ্ষৰ কথা সকলোৱেই জানে। সেই সময়ত পুৰণিৰ লগত নতুনৰ সংঘৰ্ষ হৈছে। পুৰণি কলীয়া লোকসকলৰ কথা নতুন যুগৰ সকলোৱে হাঁহি উৰুৱায়। সেই সময়ত ডান্স স্কটাছ ( Duns Scotus ) নামৰে পুৰণি কলীয়া জ্ঞানী লোক এজন আছিল—এওঁৰ শিষ্য সকলক 'স্কটিষ্ট' ( Scottists ) বোলা হৈছিল। বিশ্ববিদ্যালয় বিলাকত এই স্কটিষ্ট ( Scottist ) সকলৰেই প্ৰাধান্য। পুৰণি পন্থী এই স্কটিষ্ট ( Scottist ) সকলৰ কথা শুনিলেই সংস্কাৰকামী তৰুণৰ দলৰ নাক কোচ খাই আহে। সংস্কাৰ-কামী সকলৰ লগত বিৰোধ হোৱাত তৰুণৰ দলে 'ডান্স স্কটাছ'ৰ ( Duns Scotus ) শিষ্য বৰ্গক অৱজ্ঞাৰে নামাকৰণ কৰিলে 'ডন্সমেন' ( Dunsmen ); কাৰণ তেওঁলোকে ডান্সে ( Duns ) এ বি শিকাই গৈছে, তাৰ এধাৰ চুলি মানো লৰচৰ হবলৈকে নিদিয়ে। যুক্তিৰে কূট তৰ্কতেই তেওঁলোক পাকৈত আছিল। ৰেনেছাঁ যুগৰ নতুন পোহৰৰ বিৰোধী আছিল বুলি 'ডান্সম্যেন' ( Dunsman ) নাইবা

ডান্স ( Duns ) বুলিলে বুজা হৈছিল বুদ্ধিৰ জড়তা থকা লোক। ইয়াৰ পাছত স্থায় যুক্তিলৈ বাট নাচাই কেৱল মাত্র সংস্কাৰ বিৰোধীৰ লগত সম্বন্ধ থকা বাবে ডান্স ( Duns ) শব্দৰ অৰ্থ হল যি কোনো সাধাৰণ অবোধ অজলা মানুহ।

ইয়াত আৰু বহুতো শব্দ যেনে Indigo, Silk, Copper, Calico, Lawn, Muslin আদি দি তালিকা বঢ়লাব পাৰি ; কেনেকৈ ব্যৱসা বাণিজ্য কল-কাৰখানা আদিৰ বিকাশৰ লগে লগে এই বিলাক শব্দৰ অৰ্থ নৈৰ সোঁতৰ দৰে ভটীয়াই গৈছে দেখুৱাব পাৰি।

এনো একোজন লোকৰ ওপৰত অদৃষ্ট দেৱীৰ কি শুভ দৃষ্টি! তেওঁলোকক জগতৰ লোকে কি জানি পাহৰি গলহেঁতেন, কিন্তু অদৃষ্ট দেৱীৰ বিধান মতে তেওঁলোকে অমৰত্ব পাইছে 'চেণ্ডৱিচ', 'চেষ্টাৰ ফিল্ড', 'ব্ৰুহাম', 'স্পেন্সাৰ' ( Sandwich, Chesterfield, Broughham Spencer ) এই চাৰি গৰাকী লৰ্ড মৰিও আজিও জগতত অমৰ হৈছে। 'ডেৰিক' ( Derrick ) আছিল এজনা বিখ্যাত ঘাতক, সি কাঁচি দিয়াৰ এটা শাল উলিয়াই অভিধানত চিৰস্থায়ী বন্দৰতৰ দিহা কৰি ললে। এই দৰে Twentieth Century বোলা কাকত এখনত শব্দৰ সম্পৰ্কে আলোচনা কৰা হৈছে। শব্দবিজ্ঞানৰ ছাত্ৰয়ো অসমীয়া ভাষাৰ শব্দবিলাকৰ বুৰঞ্জী আলোচনা কৰাটো ভাল।

( বাঁহী ১৫শ বছৰ ৫ম সংখ্যা )

# শুদ্ধৰণি

| পিঠি | শাৰী | আছে | হ'ব |
|---|---|---|---|
| ৬ | ৩ | দাবি | দাবী |
| ৬ | ১১ | ৰবলে | ব'বলৈ |
| ৭ | ১১ | কেনেকে | কেনেকৈ |
| ১১ | ২৩ | চাবিটো | চাবিটো |
| ১২ | ২ | ৰবগৰ পৰা | ৰবগ পৰা |
| ১৬ | ১ | অকস্মতে | অকস্মাতে |
| ১৬ | ১২ | শুনি | শুনি |
| ১৭ | ৩ | নাথাকৰও | নাথাকিবও |
| ১৭ | ৮ | পৰা | পৰা |
| ১৮ | ৯ | পাৰা | পাৰা |
| ২২ | ১৮ | জন প্ৰাণীও | জনপ্ৰাণী |
| ২৫ | ১০ | অহ্বানত | আহ্বানত |
| ২৫ | ১২ | নোবাবান | নোৱাৰানে |
| ২৫ | ১৫ | ককণনেত্ৰেৰ | ককণ নেত্ৰেৰে |
| ২৫ | ১৬ | লাগি | ৰ লাগি |
| ২৫ | ২৩ | লৰ ৰবিলে | লৰ মাৰিলে |
| ২৬ | ১১ | ওলাইছো। | ওলাইছো |
| ২৬ | ২৪ | আদৰ্শ পুকষে | আদৰ্শ পুৰুষ |
| ২৭ | ৫ | কৃতকায | কৃতকাৰ্য্য |
| ২৮ | ৩ | ভাবিৰলৈ | ভাঙিবলৈ |
| ৩১ | ৮ | আকৰণী | আৰ্কষণী |
| ৪৭ | ৫ | প্ৰবেধিয়াহ | প্ৰবেধিয়াহে |
| ৪৭ | ১২ | বিলাহ | বিলাই |
| ৫৩ | ১৩ | চুলিবো চুলিবো | চুলিবো |
| ৫৫ | ৩ | ৰচনা | ৰচনা |
| ৬৫ | ৩ | লোৱা | পোৱা |

| পিঠি | শাৰী | আছে | হব |
|---|---|---|---|
| ৭৪ | ৪ | ভাষাৰ | ভাষাৰে |
| ৯৮ | ১১ | এভিয়াও | এভিয়া |
| ১১১ | ৪ | খুনা | খুনী |
| ১১৪ | ১৩ | কাথৰাৰ | কথাৰাৰ |
| ১১৫ | ৩ | ষি | সি |
| ১১৬ | ৯ | সোজৰে | গোজৰে |
| ১১৮ | ১৫ | সোজৰ | গোজৰ |
| ১৪০ | ১ | ভোৰ | মোৰ |
| ১৪০ | ১ | ভোৰ | মোৰ |
| ১৫২ | ১৮ | অনা | অকাঁ |
| ১৫২ | ১৮ | তাক | কথাত |
| ১৫৩ | ৪ | আজ | আক |